মানুহে ভাবিলে বোলে কোন্ দেশৰ্ ওচৰ্
২৮ চাপিল। এই হেতুকে চিঠা পেলায় কুড়ি বাম পানি
পালো পাচে আৰু কিছু দূৰৈলৈ গৈ আকৌ চিঠা
২৯ পেলায় পোন্ধৰ বাম পালে। তেতিয়া জানো
কোনো শিলত পৰে ভয়তে ভাবি সিবিলাকে
নাৱৰ পিছফালৰ্পৰা চাৰিটা লঙ্গৰ্ পেলায় পুৱা
৩০ হবলৈ অপেক্ষা কৰিলে। কিন্তু নাৱৰ্ মানুহ
বিলাকে নাৱৰ্ আগৰপৰা লঙ্গৰ্ পেলাবৰ্ ছলে
নাৱো সাগৰত নমায় নাৱ এৰি পলাবলৈ উদ্যম্
৩১ কৰিলে। সেই কালত পাউলে জমাদাৰতে চিপাহি
হঁতক কলে ঔহঁত যেদি নাৱত নে থাকে তেৱে
৩২ তোমোলাক্ নিস্তাৰ হব নোৱাৰা। তেতিয়া চি
৩৩ পাহীহঁতে নাৱৰ্ জৰ কাটি তাক্ এৰি দিলে। তাৰ্
পাচ দিন্ হইআহোতেই পাউলে কিছু খাবলৈ
সেইবিলাক্ মানুহক্ আদেশ্ কৰি কলে যেতিয়াৰে
৩৪ পৰা তোমোলাকে একো নো খোৱা লঘোনে আছা
তাৰে আজি চৈধ্য দিন্ হল্ এই হেতুকে তোমোলা
কক্ মর কাবৌ কৰো তোমোলাকে কিছু খোৱা
কিয়নো এয়ে তোমোলাকৰ মঙ্গল্ নিমিত্তে কিয়নো
৩৫ তোমোলাকৰ একডালি চুলিৰো বিনাশ নহব। তেঁও
ঔয়াকে কৈ পিঠা লৈ সিবিলাকৰ্ এটাইৰে আগতে
ঈশ্বৰক্ স্তুতি কৰি তাকে ভাঙ্গি খাবলৈ ধৰিলে।
৩৬ তাতে সিবিলাকে এটায়ে আশ্বাস পায় কিছু খালে।
৩৭ আৰু আমি নাৱত এটায়ে দুশ ছসত্তৰি প্ৰাণী

৩৮ খাচিলা। তেতিয়া সিবিলাকে তৃপিতি পায় নাৱৰ
সহঙ্গা কৰিলে আৰু অৱশেষ্ শহ সাগৰৎ পেলায়
৩৯ দিলে। তাৰ্ পাচ দিন হলৎ সিবিলাকে সেই
ভুমি নিচিনলে কিন্তু সমান্ গৰাৰে এক্ ঘাট্ দেখি
লে আৰু যেদি পাৰে তেবে তালৈকে নাৱ লখুৱায়
৪০ ইয়া লৈকে ইচ্ছা কৰিলে। আৰু সিবিলাকে লঙ্গৰ্
তুলি সাগৰৰ্ মধ্যতেই থাকিল্ পাচে বঠাৰ
বান্ধ খোলোকায় বড় পাল্ বতাহৎ তুলি কাষৰৰ্
৪১ ফালৈ গল্। কিন্তু যতে দুখান্ সাগৰ্ একে
লগ্ হইচে এনে এঠাইৎ পৰি সিবিলাকে নাৱ
মাটিৰ্ ওপৰৎ তুলিলে আৰু আগ্ টিঙ্গ টানৰে
লগায় ন লৰা হই থাকিল্ কিন্তু পিছফাল্ ঢৌৱৰ
৪২ আফালতে ভাগি গল্। আৰু কোনো বন্দিয়াৰ্
সাঁতুৰি না পলাবলৈ চিপাহীইতে সিহঁতক্ বধিবলৈ
৪৩ আলচ্ কৰিলে কিন্তু জেমাদাৰে পাঙলক্ ৰাখিবলৈ
ইচ্ছা কৰি সিহঁতৰ্ মনোভিলাষৎ নিবাৰিলে আৰু
যিবিলাকে সাঁতুৰিব পাৰে সেই মানুহ প্ৰথমতে সাগ
৪৪ ৰৈলৈ জঁও মাৰি কাষৰ্ পাবলৈ আৰু অৱশেষ্ মানুহ
বিলাকৰ্ কেতেটিক্ পাটৰ্ ওপৰৎ কেতেটিক্ নাৱৰ
ভগা ডোখৰৰ্ ওপৰৎ কাষৰলৈ যাবলৈ সিহঁতক্
আজ্ঞা দিলে তাতে সিবিলাক্ এটায়ে সকলয়ে ৰাম্
পালে।—

পৰ্ব্ব সেই টাপৰিৰ্ নাম্ মেলিতা যেন্ সিবিলাকে ৰাম্
২৮ পায় ইয়াক্ জানিলে। তেতিয়া সেই বৰ্ব্বৰ মানুহে

ভালেমান্ চেনেহ আমাক্ দেখুৱালে কিয়নো সেই
কালৰ্ বৰষুনৰে জাড়ৰে নিমিত্তে সিহঁতে জুই জালি
৩ আমাক্ এটাইকে আলহি গ্ৰহিলে। তেতিয়া পাওলে
যদি এ পোলা বাঙ্কি জুই ওপৰত দিলে এক্ আগৈ
সাপ জুইৰ্ তাপৰ্ দ্বাৰা আহি তেঁওৰ্ হাতত মেহৰায়
৪ ধৰিলে। সেই বর্ব্বৰ মানুহবিলাকে তেঁওৰ্ হাতত
মেহোৱা সেই সাপক্ দেখি ঔটেমিটে কলে আৰু
শাক্ এই মানুহ বধিয়া সাগৰৰ জীয়াক্ এড়ি দিলে
৫ হয় কিন্তু পৰহ দিয়োতাই জীয়াক জীব নিদিয়ে। পাচে
তেঁও সেই সাপক্ জুইতে জোকাৰি আপুনি একো
৬ হানিনে পালে। তেঁও ওখহিব বা হঠাতে মৰিব
সিবিলাকে জীয়ালৈকে বাট্ চালে কিন্তু এখন্তক্ অপেক্ষা
কৰি তেঁওৰ্ একো বৈগুণ্ নে দেখি মন্ পাল্টায় কলে
৭ তেঁও দেৱতা। পব্লিয়স্ নামৰ সেই চাপৰিৰ্
অধিকাৰৰ্ আধিপত্য সেই ঠালত আছিল্ শেয়েই
আপোনাৰ্ ঘৰলৈ আমাক্ নি তিনি দিন্ আলহি
৮ গ্ৰহিলে। সেই কালত পব্লিয়সৰ্ বাপেক্ জুৰ্
তেজসাঁও যোৱা নৰিয়াৰ পড়ি আছিল তাতে পাওল
তেঁওৰ্ ওচৰলৈ গৈ প্ৰাৰ্থনা কৰি হাত তেঁওৰ্ ওপৰত
৯ দি তেঁওক্ সুস্থ কৰিলে। সেয়ে হলত চাপৰিৰ্
১০ আনং নৰিয়া মানুহ আহি সুস্থ হল। সিবিলাকে
আমাৰ্ ভালেমান্ সৎকাৰ্ কৰিলে আৰু আ
মাৰ্ যাবৰ্ সময়ত যিং বেহানিৰ প্ৰয়োজন্ আছিল্
১১ তাকো নাৱ দিলে। কাস্তৰৰে পল্লক্ষেৰি চিহ্নিত আ

লেক্সান্দ্রিয়াৰ এক্ নাৱ জাড় কালৎ সেই ঠাপৰিতে
আছিল্ এই হেতুক্ তিনি যাহৰ্ পাচে আমি তাতে
১২ সোমালো আৰু আমি সৰাকুশৎ ৈৰ তিনি দিন্
১৩ পৰ্য্যন্ত কৰিলো। সেই ঠাই এড়ি কাঁপৰেং গৈ
১৪ গৈ আমি ৰেগিয়মৰ্ পোনে বলো আৰু এদিনৰ্
পাচৎ দক্ষিণা বতাহ বলালে তাতে আমি দুদিনে
প্তটিওলিৎ পালোগৈ। তাতে আমি ভায়েতক্ পালো
সিবিলাকৰ্ ৰীৰাৎ সাৎ দিন্ সিবিলাকে সৈতে
১৫ থাকিলো তাৰ্ পাচে তাৰপৰা ৰোমলৈ গলো। ভায়
ইঁতে আমাৰ বতৰা পায় আমাক্ দেখিবলৈ আপী
ফোৰম্ তিনি সৰাইলৈকে আহিল্। পাওলে সিবি
লাকক্ দেখি ঈশ্বৰক্ স্তুতি কৰি আশ্বাস পালে।—
১৬ আমি ৰোমৎ পালৎ পাচে জেমাদাৰে বন্দিয়াৰ্
মানুহবিলাকক্ হাজাৰি চিপাহীৰ জেমাদাৰৰ্
হাতৎ শোধায় দিলে কিন্তু আপোনাকে যি পৰ দিয়ে
পাওলে এনে এক চিপাহীএ সৈতে বেলেগ থাকি
১৭ বলৈ পালে। তেতিয়া তিনি দিনৰ্ পাচৎ পাওলে
শ্রেষ্ঠ য়িহুদীবিলাকক্ মাতিলে সিবিলাক্ আপিলৎ
তেঁও সিবিলাকক্ কুলিলে হে মনুষ্যবিলাক্ ভায়
বিলাক্ ময় স্বদেশী মানুহৰ্ বা পিতৃবিলাকৰেই
নীতিৰ্ বিৰুদ্ধ একো কৰা নায় তথাপি য়িৰুশালমৰ্
পৰা ৰোমাণ মানুহৰ্ হাতৎ ময় বন্দিৎ হই
১৮ সোন্ধা আছিলো। সিবিলাকে মোক্ শোধপোচ কৰি
মৃত্যুৰ্ কাহিনি মোৰ্ মাজৎ নে পায় মোক্ মেলিব

১৯ খুজিলে ।   কিন্তু য়িহুদীহঁতে তেঁওৰ্ বিৰোধে কলে
কাইসৰৰ্ আগৎ আপীল্ কৰিবলগা মোৰ্ প্ৰয়ো
জন্ আছিল্ আপোনাৰ্ দেশী মানুহৰ্ কিবা অপ
২০ বাদ্ দিবলগা মোৰ্ আছিল্ এনে ন হয় ।   কিয়নো
য়িশ্ৰএলৰ্ আশাৰ্ নিমিত্তে ময় এই জিঞ্জিৰি লোৰৎ
বন্ধিৎ অইআছো ।   সেই কাৰণে তোমোলাকক্
দেখি বলৈকে তোমোলাকে সৈতে কথা কবলৈকে
২১ ময় তোমোলাকক্ মাতিলো ।   তেতিয়া সিবিলাকে
তেঁওৎ কলে আমি য়িহুদাৰ্ দেশৰ্পৰা তোমাৰ্
কথাৰ্ কাকৎ নে পালো যি ভায়ইঁতৎ এখেলৈ আহি
জিল্ সিহঁতৰ্ মাজৰ্ কোনোএ তোমাৰ্ একো জগৰ্
২২ প্ৰচিক ন কৰিলে ন কলেও । কিন্তু তোমাৰ্ মনে কি
জীয়াক্ আমি শুনিব খোজো কিয়নো এনেকৈ সকলে
২৩ খানে দুৰ্ণশম্যা যেন্ জীয়াক্ আমি জানো ।   সিবি
লাকে এদিন্ নিশ্চয় কৰিলৎ পাচে ভালেমান্ মানু
হ তেঁওৰ্ বহালৈ আহিল্ সিবিলাকৰ্ আগৎ তেঁও
ঈশ্বৰৰ ৰাজ্যলৈ য়িশুলৈ প্ৰাত্তসৰেপৰা সন্ধিয়া
লৈকে মোশইৰ্ বিধানেৰে আচাৰ্য্য বাক্যেৰে ওপ
২৪ দেশ কৰিলে সাক্ষীও দিলে ।   তাতে কোনো
কোনোএ সেই কথাৎ আস্তিক্ কৰিলে কোনো
২৫ কোনোএ আস্তিক্ ন কৰিলে ।   আৰু সিবিলা
কৰ্ অন্যোন্যে বেলেগ্ হৈ হলৎ পাওলে এই
এটি কথা কলৎ পাচে সমাজ ভাগিল্ সেই কথায়
এই ধৰ্ম্মাত্মায় য়িশায়িয়াই আচাৰ্য্যৰ্ মুখে আমাৰ্

পিতৃবিলাকত আতি ঠিকোন কৈ এই কথা কোৱা
২৬ লে। এই মানুহবিলাকৰ্ কোথৰলৈ গৈ বোলা
হেনে শুনিং তোমোলাকে শুনিবা কিন্তু নুবুঝিবা
২৭ আৰু দেখিং দেখিবা কিন্তু বুঝি নেপাবা। কিয়নো
এই মানুহবিলাকৰ্ বুদ্ধি ভোতোহা হইচে আৰু
সিহঁতৰ্ কান্ শুনিবলৈ গধুৰ্ হইছে আৰু সিহঁতে
আপোনাৰ্ চক্ষু ঝঁপাই আছে পাছে সিহঁতৰ্ চক্ষুৰে
দেখি কানেৰে শুনি মনেৰে বুঝি ওভতিলে ময়
২৮ সিহঁতক্ সুস্থ কৰো। এই হেতুকে ঈশ্বৰৰ
নিস্তাৰ্ আন্ দেশী মানুহৰ্ ওচৰলৈ পাঠিছে সিহঁতে
তাকে শুনিব যেন এই কথায় তোমোলাকৰ্ কৰ্ণ
২৯ গোচৰ্ হোক্। তেঁও এই কলত পাছে য়িহুদীহঁতে
গৈ অন্যা অন্যে বহু দূৰ্ণাদুষৰ্ণি কৰিব ধৰিলে।
৩০ পাছে কোনেও পাউলক্ নিষেধ্ কৰিলত তেঁও
ঈশ্বৰ্ৰাজ্য বিদিত কৰি আৰু প্ৰভু য়িশু খ্ৰীষ্টৰ্ এটায়
কথা নিৰ্ভয় মনে শিখায় ৰোমতে পূৰে দুবছৰৰ্
৩১ আপোনাৰ্ ভেৰোণিয়া ঘৰত থাকিল্। আৰু যিং
বিলাক্ তেঁওৰ্ ওচৰলৈ আহিল্ সেই এটাইকে
গ্ৰহণ কৰিলে।—

## ৰোমাণ্ মানুহক্ প্ৰতি পাঁওল্ পাঁচনীৰ্ কাকৎ।—

### ১ প্ৰথম পৰ্ব্ব।—

১ দেহৎ দাঁওদৰ্ বীৰ্য্যে ওপজা আৰু আপুনি ঈশ্ব
ৰৰ্ পুত্ৰ যেন্ ঈয়াকো পৱিত্ৰাত্মাৰূপে মৃতক্ মানুহৰ্
মাজৰ্পৰা পুনৰুৎথানৰ্ দোৱাৰায় অতিশয় প্ৰমা
ণেৰে প্ৰৌচিক্ হল্ যিবিলাকৰ্ মাজৎ তোমোলাকো
২ য়িশু খ্ৰীষ্টৰ্ নিযোজা হইচা এনে যি সৰ্ব্বদেশী মানুহ
সিহঁতে তেঁওৰ্ নামেৰে যি সঞ্জাতৰ্ লালী মানিবলৈ
৩ আমি যাৰ্ দোৱাৰায় অনুগ্ৰহকে পাঁচনীবাবকে
৪ পাইচো এনে যি ঈশ্বৰৰ্ পুত্ৰ আমাৰ্ প্ৰভু য়িশু খ্ৰীষ্ট
তেঁওৰ্ যি শুভবাৰ্ত্তা ঈশ্বৰে আগেই আপোন্ আচাৰ্য্য
বিলাকৰ্ মুখে ধৰ্ম্ম পুথিৎ অঙ্গীকাৰ্ কৰিছিল্ সেই
৫ শুভবাৰ্ত্তা প্ৰৌচিক্ হবলৈ পাঁচনী হবৰ্ কাৰণ
নিযোজা বেলেগ কৰা খ্ৰীষ্টৰ্ বন্দী যি পাঁওল্ ঈশ্ব
ৰৰ্ যিবিলাক্ স্নেহনীয় নিযোজা পৱিত্ৰান্ মানুহ
৬ ৰোমৎ আছে সিবিলাকৰ্ ভলৈ সেই পাঁওলে কাকৎ
৭ লেখে। আমাৰ্ পিতৃ ঈশ্বৰে প্ৰভু খ্ৰীষ্টৰেপৰা
অনুগ্ৰহে কুশলে তোমোলাকৰ্ প্ৰতি হোক্।—

৮ প্ৰথমতে তোমালোকৰ সকলোৰ বাবে যিশু খ্ৰীষ্টৰ দ্বাৰাই মই মোৰ ঈশ্বৰক ধন্যবাদ কৰোঁ, কিয়নো তোমালোকৰ বিশ্বাসৰ কথা গোটেই পৃথিৱীত প্ৰচাৰ হৈছে। ৯ ...

মই পুত্ৰৰ শুভবাৰ্ত্তাৰে মোৰ আত্মাৰে যি ঈশ্বৰৰ সেৱা কৰোঁ, ...

মাজৎ গিয়ান্ বিশ্বাসী সিবিলাকৰ প্ৰতি সেই
১৭ ওদ্ধাৰনিম্মাদক্ ঈশ্বৰৰ্ প্ৰভাৱ। কিয়নো তাতে
ঈশ্বৰৰ্ ধৰম্ সম্ভ্ৰাত্তেৰে হয় সেই ধৰম্ সম্ভ্ৰাতৰ্
নিমিত্তে প্ৰচিৰ্ হুই আছে কিয়নো এনে লেখা
১৮ আছে ধৰমীবিলাক্ সম্ভ্ৰাত্তেৰে জীব। যিবিলাক
মানুহে অধৰম্ বান্ধৰে সঁচাকে বান্ধি থয় সেইবিলা
কৰ্ এটায় অসেৱাৰে অসৰূপ কৰমৰ বিৰোধি
১৯ ঈশ্বৰৰ্ খঙ সৰগৰ্ পৰা বিদিৎ হুইআছে। কিয়নো
ঈশ্বৰৰ্ যিং জানিবলগা সেয়ে সিবিলাকৰ্ মাজৎ
বিদিৎ হুইআছে যি হেতুক্ ঈশ্বৰে তাকে সিবিলা
২০ কক্ দেখুৱালে। কিয়নো তেঁওৰ্ যিং অদৃশ্য অৰ্থাৎ
তেঁওৰ্ অনন্ত প্ৰভাৱ আৰু ঈশ্বৰালি সেই দৃশ্য
বস্তুৰ্ দোৱাৰায় পৃথিবীৰ্ সৃষ্টি কালৰেপৰা স্পষ্টৰ্
ৰূপে জনা যায় সেই কাৰণে সিবিলাকলৈ তেঁওৰ
২১ কহাৰ্ বাট ন হয় কিয়নো সিবিলাকে ঈশ্বৰক্
জানি ঈশ্বৰৰ্ নিচিনা তেঁওৰ্ সৎকাৰ্ ন কৰিলে আৰু
স্তৱকো ন হল্ কিন্তু আপোনাৰ্ আলচ ব্যৰ্থ ৰূপ
২২ হল্ আৰু আপোনাৰ্ বলিয়া মন্ এন্ধাৰময়
হলৎ সিবিলাকে আপোনাকে গিয়ানী তুলি মানি
২৩ অবোধি হল্। আৰু ক্ষয়ণীয় মানুহৰে চৰাইৰে চাৰি
ঠেঙ্গিয়াৰে সাপৰে জন্তুবিলাকৰে নিচিনা মুৰ্ত্তিত
২৪ অক্ষয় ঈশ্বৰৰ্ শক্তি আৰোপণ কৰিলে। এই নিমি
ত্তে যিবিলাক্ মানুহে ঈশ্বৰৰ্ বাক্যৰ্ সত্যৰ্ শলনী
২৫ মিচা বাক্য গ্ৰহণ কৰিলে আৰু যি জন্ সচ্চিদানন্দ

থ্যায়েন সেই সৃষ্টিকর্ত্তার ভজনৰে সেৱাৰেপৰা
সৃজা বস্তুৰ ভজনে সেৱায় কৰিলে সিবিলাকে আ
পোনাৰ মনোভিলাষিত্তেৰে আপোনাং শৰীৰৰ অন্যো
অন্যে অভৰম কৰে এই নিমিত্তে ঈশ্বৰে নীচ কর্ম্ম
২৬ তে সিহঁতক এড়ি দিলে। এই কাৰণেও ঈশ্বৰে
সিহঁতক অধীম চেনেহেৰে এড়ি দিলে কিয়নো
সিহঁতৰ তিৰোতাহঁতেই স্বাভাবিক নীতি তিয়াগ
২৭ কৰি দুৰাচাৰ কৰিলে। পুৰুষবিলাকে তিৰীৰ
সংসর্গ তিয়াগ কৰি পুৰুষে পুৰুষে অসৎ কর্ম্ম কৰি
অন্যোঅন্যে কামৎ জলিৎ হল আৰু আপোনাং
২৮ ভৰমৰ সমুচিৎ ফল পালে। কিয়নো যেনেকৈ
সিহঁতে আপোনাৰ স্মৰণতে ঈশ্বৰক ৰাখিবলৈ
২৯ যতন ন কৰিলে তেনেকৈ সিহঁতে এটায় অপাৰমা
থোঁৰে ব্যভিচাৰেৰে দৌর্জন্যেৰে লোভেৰে ক্ষয়তিৰে
ভৰপুৰ হই আৰু খিয়ালেৰে বধেৰে বিৰোধেৰে
৩০ ভণ্ডনাৰে কুটিলতাৰে ভৰি পড়ি আৰু ফুচফুচিয়া টুট
৩১ কিয়া ঈশ্বৰঘিনোৱা খিয়লিয়া গর্ব্বী আত্মশ্লাঘী কুক
র্ম্মোৎপাদক পিতৃ মাতৃক ন মানা অজ্ঞান নিয়ম
৩২ ভঙ্গা স্বাভাবিক স্নেহৰহিৎ নিষ্কৰুণী নির্ম্মায় হই
কৰিবলগা কৰম কৰিবলৈ ঈশ্বৰে সিহঁতক হীন
মতিৰে এড়ি দিলে।—

পৰ্ব্ব যিংবিলাকে এনে কৰম কৰে সিহঁত বধ্য সি
২ হঁতে ঈশ্বৰৰ এই শোধ জানে কেৱল আপুনি এই
কৰম কৰে এনে ন হয় কিন্তু এনে কৰম কৰাহঁত

৩ তো সন্তুষ্ট হয়। এই হেতুক্ হে পোরীক মানুহ যি কোনো হোৱ তোলৈ উঁত্তৰ কৰাৰ বাট ন হয় কিয়নো তয় পোৰেক থানক্ জগারিয়া কৰি সেই কথাতে আপোনাকে দ্রোহী কৰিচ যি হেতুক হে ৪ পোরীক তয় আপুনি সেই কৰম্ কৰিচ। কিন্তু এনে কৰমকৰাবিলাকৰ্ বিৰুদ্ধ ঈশ্বৰ্ যি পোৰ্ সেয়ে সত্যতানুসাৰে আচে যেন্ জীয়াক্ আমি জানো। ৫ হে মানুহ তয় এনে কৰমকৰাবিলাকৰ্ পোৰ্ কৰি আপুনি যেদি সেই বন্ কৰ তেবে তয় ঈশ্বৰ্ পোৰিৰ্পৰা ৰক্ষা পায় জীৰি যেন্ জীয়াকে নিশ্চয় ৬ কৰিচ নে। বা ঈশ্বৰ্ ক্ষমায় তোৰ্ মন পালটা বলৈ গুদগায় তয় জীয়াকে নেজানি তেঁওৰ্ কৃপারূপ্ ৭ ধনকে ক্ষেয়াকে বহুকাল্ সহিষ্ণুতাকে জীতকিং- ৮ কৰিচ নে।— যিবিলাকে সহিষ্ণু হুই নিত্তো সুকর্ম্ম কৰাৰেই মোক্ষকে সৎকাৰকে অমৃততাকে বিসাৰে সেইবিলাকক্ অনন্ত আয়ু কিন্তু যিবিলাক্ বিবাদী সত্যতাকো নে মানে কিন্তু অসুৰূপ্ কর্ম্ম মানে য়িহু দীকে আদি কৰি অন্য দেশী যিমান কুকর্ম্মকাৰী ৯ সিহঁতক্ তাড়না আও দুঃখ যাতনারূপ্ ফল্। কিন্তু য়িহুদীকে গ্রীককে আদি কৰি আৰু যিমান্ সুকর্ম্ম কাৰী মানুহ সিবিলাকক্ সুকৃতি সৎকাৰ্ কুশল ১০ ৰূপ্ ফল্ এনেকৈ সদোকে সুকর্ম্মৰ্ ফল্ দিব এনে যি ঈশ্বৰ্ তুমি তেঁওৰ্ আও সুৰূপ্ পোৰি প্ৰেচিৰ্

কৰা দিনলৈকে আপোনাৰ্ টান্ অননুতাপী মনৰ
১১ নিচিনা আপোনালৈ খঙ সাঁচিছানে। কিয়নো ঈশ্বৰে
১২ সৈতে পক্ষপাত ন হয়। যি দিনা যিশু খ্রীষ্টৰ্ দ্বাৰা
ৰায় ঈশ্বৰে শুভবাৰ্ত্তাৰ্ নিচিনাকৈ মানুহৰ্ গুপ্ত
১৩ কৰ্ম্মৰ্ শোধ্ কৰিব সেই দিনা যিবিলাকে শাস্ত্ৰ
বৰ্জ্জিত হই পাপ কৰিছে সেইবিলাকৰ্ বিনাশ্ শাস্ত্ৰ
এড়ি হব আৰু যিবিলাকে শাস্ত্ৰপ্ৰাপ্ত হই পাতক্
১৪ কৰিছে সেইবিলাকৰ্ শোধ্ শাস্ত্ৰৰ্ মতে হব। কিয়নো
শাস্ত্ৰ শুৰুণী সকল পৰমাৰ্থিক্ ৰূপে গণ্য ন হয় কিন্তু
১৫ শাস্ত্ৰাৰ্থাচাৰী সকল্ পৰমাৰ্থিক্ বুলি গণ্য হব। যিবি
লাকৰ শাস্ত্ৰ নায় এনে যি অন্যদেশী মানুহ সিহঁত
১৬ যেতিয়া আপোনাৰ্ বাঞ্ছাৰে শাস্ত্ৰৰ্ মতে কৰম্ কৰে
তেতিয়া সিহঁতে আপোনাৰ্ মনতে লেখা শাস্ত্ৰৰ্
কৰ্ম্ম প্ৰৌচিক্ কৰিলে আৰু সিহঁতৰ্ মন্ প্ৰমাণ্
কৰি সিহঁতৰ্ মনন্ অন্যোন্যে দোষ বা হেতুবাদ
কৰিলে শাস্ত্ৰপ্ৰাপ্ত ন হই আপোনাৰ্ শাস্ত্ৰ আপুনি
১৭ হয়। দেখা তুমি যিহুদী আৰু শাস্ত্ৰতো বিশ্বাস্
কৰিছা আৰু ময় ঈশ্বৰৰ অনুগৃহীত এই দম্ভ কথা
১৮ কৈছা আৰু শাস্ত্ৰজ্ঞানী হই তেঁওৰ্ মনোভিলষিতো
জানিছা আৰু অত্যুত্তম্ কাৰ্য্য বিবেচনা কৰিছা আৰু
১৯ আন্ধলা মানুহৰ্ পথ দেখুওৱা এন্ধাৰত থকাবিলা
কৰ্ পহৰ্ অগিয়ান্বিলাকৰ্ অবোধক্ লৰাহঁতক্
২০ শিখোৱা হইআছা আৰু জ্ঞানৰে শাস্ত্ৰৰ সত্য

তাহন আকাৰ যি তোমাৰ আছে এইবিলাকৎ
২১ নিঃসংশয় হইছা। এই হেতুকে হে পৰক্ শিখোৱা
২২ তুমি আপোনাক নিশিখোৱানে হে পৰ স্ত্ৰীগমন্
নিষেধি কৰা তুমি পৰ স্ত্ৰীগমন্ কৰা নে হে দেৱ
তাক ঘিনোৱা তুমি ঈশ্বৰে দিয়া দেহানিক সামান্য
২৩ ৰূপে ব্যৱহাৰ কৰানে। হে শাস্ত্ৰজ্ঞানেৰে দৰ্পিত তুমি
২৪ শাস্ত্ৰোলঙ্ঘনেৰে ঈশ্বৰক্ অমান কৰানে। কিয়নো
যেনে লেখা আছে অন্য দেশীহঁতৰ মাজৎ ঈশ্বৰৰ্
নাম তোমোলাকৰ্ দোৱাৰায় সামান্য ৰূপে ব্যৱহাৰ্
২৫ হইছে। যেদি তয় শাস্ত্ৰ পাল তেবে তোৰ্ চেলকটাৰ
ফল্ হয় কিন্তু শাস্ত্ৰোলঙ্ঘক হলে তোমাৰ্ চেলকটা
২৬ অচেলকটা হই গল্। এই হেতুক্ চেলকটিয়ায় যেদি
শাস্ত্ৰৰ্ বিৰয়্ পালে তেবে তাৰ নকটাচেলকে কটাচে
২৭ লকে মনা নে যাবনে। তুমি অক্ষৰ চেলকটা অতি
মানী হই শাস্ত্ৰোলঙ্ঘন্ কৰিছা এই হেতুকে স্বাভা
বিক্ যি চেল্ ন কটা সেয়ে যেদি শাস্ত্ৰৰ্ বিৰয়্ পালে
তেবে শেষে সি তোমাৰ্ দোষ্ নিশ্চয় ন কৰিব
২৮ নে। কিয়নো বাজৰ্ য়িহুদী সি য়িহুদী ন হয় আৰু
২৯ যি মাংসৰ্ চেলকটা সি চেলকটা ন হয় কিন্তু অন্তৰৰ্
যি সি য়িহুদী আৰু মনৰ্ যি চেলকটা অক্ষৰৰ্ নিচিনা
ন হয় কিন্তু আত্মাৰ্ নিচিনা যাৰ্ প্ৰশংসা মানুহৎ
নায় কিন্তু ঈশ্বৰৰ্ পৰা হয় সেই চেলকটা।

পৰ্ব্ব তেবে য়িহুদীৰ্ কি লাভ চেলকটাৰ বা ফল্ কি সৰ্ব্ব
৩ প্ৰকাৰে ভালেমান্ আদিতে এই ঈশ্বৰৰ্ অযোগ বাক্য

৩ সিহঁতৰ হাতত দিয়া গল । কিয়নো সিহঁতৰ মাজতে
কোনো কোনোৱে যেদি সঞ্জাত ন কৰিলে তেবে
ঈশ্বৰত যি সঞ্জাতী সিহঁতৰ অসঞ্জাত সেই সঞ্জা
৪ তক আনো বিফল কৰিব পাৰে । সেয়ে নো হোক
যেনেকৈ ঔয়া লেখা আছে তুমি আপোন বাক্যতে
পৰমাৰ্থিক মান্য হোৱা আৰু শোধিত অই হৰ
ওৱা এই নিমিত্তে ঈশ্বৰ সত্যবাদী হুলি সদৌ
৫ মানুহ মিচলিয়া হুলি মান্য হোক । কিন্তু আমাৰ
অনাৰমাৰ্থ্য যেদি ঈশ্বৰৰ পাৰমাৰ্থ্য শ্লাঘা কৰে তেবে
আমি কি হুলিম পুতিফল দিয়োতা ঈশ্বৰ অপাৰ
৬ মাৰ্থিক নে ময় মানুহৰ নিচিনা কৈ কওঁ । সেয়ে
নো হোক সেয়ে হলে ঈশ্বৰে জগতৰ শোধ কৰিব
৭ কেনেকৈ কিয়নো ঈশ্বৰৰ শ্লাঘাৰ নিমিত্তে মোৰ যি মিচা
কথা সেই কথাৰ দোৱাৰায় যেদি ঈশ্বৰৰ সত্যতা
আৰু সৰহকৈ বিয়াপি থাকে তেবে ময় পাতক কৰো
৮ তাৰ নিচিনাকৈ কিয় শোধিত হোঁ । আৰু আহাঁ
ভাল লৈ আমি কুকৰ্ম্ম কৰোঁ এই কথা যে আমি কঁও
ধিবিলাকৰ নৰক যাতনা পাবলগা ওচিত এনে যি
কোনো২ মানুহ সিহঁতে আমাৰ অপবাদক অৰ্থে
দচায় যি বোলে বৰং আমি সেই কথানুসাৰে
৯ শোধিত নো হোঁ কিয় । তেবে আমি সিহঁতকৈ শ্ৰেষ্ঠ
নোহোঁ সেয়ে কোনো ৰূপে ন হয় কিয়নো য়িহুদাএ
অন্যদেশী মানুহে এটায় যি পাতকৰ অধীন অইছে
১০ এই প্ৰমাণ আমি আগেই দিছো । যেনেকৈ এয়ে

লেখা আছে পরমার্থিক কোনো ন হয় এটাও ন হয়
বুদ্ধিমন্ত কোনো ন হয় ঈশ্বরচিন্তা কোনো ন হয় ।
১১ এটাই মানুষের বাট এড়ি গেল্ সেইৎ এটাই অকার্য্য
১২ ভাগী হল্ সৎকর্ম্ম করোতা কোনো ন হয় এটাও ন
১৩ হয় । সেইতের তিমির নলী অকলি মৈদামের লিখনা
সেইতে জিবাতে ভণ্ডনা করিছে সেইতের ওষ্ঠের এন
১৪ সৎ গোমন্ সাপের বিষ আছে । সেইতের মুখ গালি
১৫ সরাবে তিতাবে ভরা । সেইতের ভরি তেজ ঢুলিয়া
১৬ বৈগ লেগোন । সেইতের গতিতে নাশে আমজিলে
১৭ শাতে । জানের বাট সেইতে নে জানে ঈশ্বরলৈ ভয়
১৮ সেইতের সোসারে একো নায় । শাস্ত্র যি বোলে
সেয়ো জানো অথ বক্তিৎ অবলৈ আছে সর্ব্ব জগৎ
ঈশ্বরের আগৎ অনধারী অবলৈ শাস্ত্রের অধীন্
১৯ মানুষের বোলে ঔসারে আমি জানো । এই
হেতুকে শাস্ত্রের কর্ম্মে কোনো প্রাণী তেঁওর চক্ষুর
২০ গোচরৎ নির্দ্দোষী হুলি গণ্য নে যাব কিয়নো
২১ শাস্ত্রৎ পাতক বোধ হয় । কিন্তু এতিয়া ঈশ্বরের
যি ধর্ম্ম শাস্ত্র ব্যতিরেকে আছে সেই ধর্ম্মেই
শাস্ত্রে আরু আচার্য্যবিলাকের বচনাত প্রমাণ্
২২ অই প্রেরিত হইছে । অর্থাৎ ঈশ্বরের যি ধর্ম্ম
যিশু খ্রীষ্টৎ প্রত্যয়েতে প্রত্যয় করোতা সকলর
থানতে প্রত্যয় করোতা সকলর এপরাতে আছে
২৩ কিয়নো একো বিশেষ নে থাকে । যি হেতুকে

এটাহে পাতক্ কৰিতে আৰু ঈশ্বৰৰ্ মহিমা প্ৰৌচি
২৪ কৎ নুন কৰিতে। পূৰ্ব্ব কৰা পাতক্ ঈশ্বৰৰ্ ক্ষমাতে
যগুনৰ্ দোৱাৰায় তেঁওৰ্ ধৰ্ম্ম প্ৰৌচক্ কৰিবলৈ
২৫ তেঁও যি পৰমাৰ্থিক্ আৰু যি য়িশুৎ সঙ্গাৎ কৰে তাৰ্
২৬ নিৰ্দোষী কৰোতা হয় তেঁওৰ্ এই ধৰ্ম্ম এই কালৎ
প্ৰৌচক্ কৰিবলৈ যিহকে তেঁওৰ্ তেজৰ্ দোৱাৰায়
ঈশ্বৰ্ সন্তোষক্ বলি স্থৰলৈ নিযোজ্ কৰিতে যি
যিশু খ্রীষ্ট তেঁওৰ্ দোৱাৰায় যি মুক্তি তাদোৱাৰায়
আমি ঈশ্বৰৰ্ অনুগ্ৰহৎ বিনা মোলে নিৰ্দোষী হই
২৭ ছে। তেবে গৰ্ব্ব কৰিবৰ্ ঠাই কৎ সেয়ে বহি
স্কৃত হই আছে কোনো শাস্ত্ৰৎ কৰ্ম্মৰ্ সিন
২৮ হয় কিন্তু সঙ্গাৎ শাস্ত্ৰৎ। এই হেতুক যি শাস্ত্ৰৰ্
কৰ্ম্মক্ ব্যতিৰেকে প্ৰতীতিৰ্ দোৱাৰায় মানুহ্
নিৰ্দোষি কৰা হয় ঐয়াৰে নিশ্চয় আমি কৰো।
২৯ তেও য়িহুদীহঁতৰ্ কেৱল ঈশ্বৰ্ নেতেও অন্য দেশী
হঁতৰ্ ঈশ্বৰ্ ন হয় নেতেঁও আৱশ্যক্ অন্যদেশী
৩০ হঁতৰ্ ঈশ্বৰ্ আছে। যেয়ে চেলকট্টিয়াহঁতক
সঙ্গাততে অচেলকট্টিয়াহঁতৰ্ সঙ্গাতৰ্ দোৱাৰায়
৩১ নিৰ্দোষী কৰিলে তেও এক্ ঈশ্বৰ্। এই হেতুৰ্
আমি সঙ্গাতৰ্ দোৱাৰায় শাস্ত্ৰ যে ব্যৰ্থ কৰো সেয়ে
নো হোক্ বৰং আমি শাস্ত্ৰে স্থিৰ্ কৰোঁ।—

পৰ্ব্ব তেবে শৰীৰৰ্ অৰ্থে আমাৰ্ গোত্ৰ যি অবৰা
৪ হাম্ যি পাইছে সেয়ে কি তাৎ আমি কি কঁলিম্।
কিয়নো অবৰাহাম্ যেদি কৰ্ম্মৰ্ দোৱাৰায় নিৰ্দোষী

২ কৰা হলেতেঁন্ তেৱে তেঁওৰ্ গর্ব্ব কথা কোৱাৰ কাৰণ
হলেনে  কিন্তু ঈশ্বৰৰ্ আগৎ তেঁওৰ্ গর্ব্ব কথা
৩ কোৱাৰ্ কাৰণ নহয়।  কিয়নো ধর্ম্মপুথিৎ কি
বোলে অবৰাহামে ঈশ্বৰৎ সাক্ষুৎ কৰিলে আৰু
৪ সেই সজ্ঞাৎ ধর্ম্ম স্বৰূপ্ তেঁওক্ প্ৰতি গণিছিল্। যি
কর্ম্ম কৰে তেঁওৰ্ কোঁৱৰৎ ফল্ অনুগ্ৰহপৰা দিয়া
৫ ফলৰ্ মাজৎ গণা নে যায় কিন্তু ঋণৰ্পৰা।  কিন্তু
যিবিলাকৰ্ অপাৰমার্থৰ্ মর্ষণ্ হল আৰু যিবিলাকৰ্
পাতক্ আচ্ছাদিৎ হইআছে  সেইবিলাক্ ধন্য আৰু
৬ যাৰ্ পাতক্ ঈশ্বৰে লেখাৎ ন গণিব তেঁও ধন্য যে
৭ নৈক দাঊদ্ এই কথা কৈ যি মানুহৰ লেখাৎ ঈশ্বৰে
কর্ম্মক্ ব্যতিৰেকে ধর্ম্মী গণে সেই মানুহৰ আশী
৮ র্ব্বাদৰ্ বর্ণনা কৰে।  তেনেকৈ যি কর্ম্ম ন কৰে কিন্তু
যি জন অধর্ম্মক্ৰিয়াইঁতক্ নির্দোষী কৰে তাতে সজ্ঞাৎ
৯ কৰে তেঁওৰ্ সজ্ঞাৎ ধর্ম্ম তুলি গণা যায়।  তেৱে
এই আশীর্ব্বাদ কেৱল চেল্কটাইঁতৰ ওপৰলৈ
কে আহে বা অচেল্কটিয়াইঁতৰ্ ওপৰলৈ
আহে কিয়নো আমি কওঁ যি সজ্ঞাৎ অ[illegible]
১০ প্ৰতি ধর্ম্ম তুলি গণিত হইছিল্। তেৱে সেয়ে কে[illegible]
তাৰ্ চেল্কটিয়া হোৱা বা অচেল্ কটিয়া হই থা[illegible]
১১ কালৎ  অচেল্কটা কালৎ ন হ[illegible] কিন্তু চেল্কে[illegible]
কালৎ আৰু যেতেক্ মানুহ পতীয়া[illegible] সিহঁতৰ
যেদি অচেল্কটিয়া হয় ধর্ম্ম সিহঁতৰ প্ৰতিও গ[illegible]
১২ যায় এই কাৰণে তেঁও সিহঁতৰ গোত্ৰ হয় এই কাৰণে

আৰু যিবিলাক কেৱল্ চেল্কাটিয়া ন হয় কিন্তু অচেল্কাটিয়া হই থকা কালত আমাৰ্ গোত্র আবৰাহামৰ্ যি সন্তোষ আছিল্ সেই সন্তোতৰ্ অৰিৰ্ চিনত গতি কৰে সিইঁতকো প্রতি চেল্কেটিয়া গোত্র যি হয় এই নিমিত্তেও অচেল্কেটিয়া থাকি তেঁওৰ্ যি সন্তোষ আছিল্ সে ঐ সন্তোষ ৰূপ্ ধৰ্ম্মৰ্
১৩ মোহৰ্ ৰূপে তেঁও চেল্কটা ৰূপ্ চিন্ পালে। কিয়নো অবৰাহাম্ শাস্ত্রৰ্ কর্ম্মৰ্ দোৱাৰায় জগদা[illegible] অব এই অঙ্গীকাৰ্ তেঁওকে ও তেঁওৰ্ সন্ততিক প্রতি দিয়া ন গল্ কিন্তু প্রতীতিৰূপ্ ধৰ্ম্মৰ্ দোৱাৰায়।
১৪ কিয়নো শাস্ত্রৰ্ কর্ম্ম ৱলম্বীইঁত সিবিলাৰত যেদি অধিকাৰ্ হয় তেবে সন্তোষ বৃথা অঙ্গীকাৰো নিৰৰ্থক্
১৫ কৰা যায়। শাস্ত্রে ক্রোধ জনমায় কিয়নো যতে শাস্ত্র ন হয় ততে শাস্ত্রোল্লঙ্ঘন্ ন হয় সেই হেতুকে ফল অনুগ্রহ দোৱাৰায় হোৱাৰ নিমিত্তে সে
১৬ সন্তোতৰ পৰা হয়। যি অঙ্গীকাৰ্ সম্প্রদায় ইহক্ প্রতি স্থিৰ্ হয় যি বংশ শাস্ত্রানুসাৰে হয় তাক প্রতি কেৱল্ ন হয় কিন্তু তোমাক্ ভালে মানে দেশীইঁতৰ্ আদিপুৰুষ ময় কৰিছোঁ যেনেকৈ
১৭ এই [illegible] লেখা অইছে তেনেকৈ মৃতক মানুহ বিলাকক [illegible] দান্ কৰে আৰু যিং বেহালি ন হয় সেই বেহালি হলে যেনেকৈ তাকে প্রখ্যাত কৰিলে
১৮ সেঁতেন্ তেনে কৰে যি ঈশ্বৰে তেঁওৰ আগতে যি জন আমাৰ্ এটাইৰে বীজ পুৰুষ এনে যি অবৰাহাম

তেঁওৰ প্ৰতীজ্ঞানুসাৰে যি বচন হইছে তাক প্ৰতি
ও অঙ্গীকাৰ স্থিৰ হবলৈ সেই ফল অনুগ্ৰহৰ
১৯ দোৱাৰায় হবলৈ সম্ভৱতে হয়। তোমাৰ বচন
তেনে হব এই যি কথা লেখা আছে তেঁও তদনু
সাৰে বহুদেশী মানুহৰ আদিপুৰুষ হব এই আশা
য়ে আশাৰ বিৰোধে আশা কৰি পতীয়ালে। তেঁও
সম্ভৱত ক্ষীণ ন হই আপুনি এশ বৎসৰিয়া মান
হলত আপোন মৃতপ্ৰায় শৰীৰলৈকে শাৰইৰ জৰা
২০ যুৰ শুষ্কতালৈকে মন ন কৰিলে। তেঁওৰ অনাস্তি
কৰ দোৱাৰায় ঈশ্বৰৰ অঙ্গীকাৰত সংশয়াপন্ন ন
২১ হল কিন্তু ঈশ্বৰৰ মহিমা প্ৰেচিক কৰি আৰু তেঁও
যি অঙ্গীকাৰ কৰিছিল তাকে সিদ্ধ কৰিব পাৰে
২২ ঈয়াতে সংশয়াপন্ন ন হই সম্ভ্ৰাৎ বলী আছিল সেই
কাৰণে ধৰ্ম্ম স্বৰূপ সেই সম্ভৱত তেঁওৰ প্ৰতি গণা
২৩ গল। সেয়ে তেঁওক প্ৰতি গণাগল এয়ে কেৱল তেঁওৰ
কাৰণে লেখা হল এনে ন হয় কিন্তু যেয়ে আমাৰ
পাতকৰ কাৰণ শাস্তি পাবলৈ সোপা হইছিল
২৪ আৰু আমাক নিৰ্দ্দোষী কৰিবলৈ পুনৰুত্থাপিত হই
ছিল এনে যি আমাৰ প্ৰভু যিশু খ্ৰীষ্ট তেঁওকে যেয়ে
মৃত মানুহৰ মাজৰ্পৰা তুলিলে আমি যেবে তাকে
পতীয়াও তেৱে আমাক প্ৰতি গণিবলৈ সেয়ে আমাৰ
নিমিত্তে লেখা আছিল।—

পৰ্ব্ব এই হেতুক আমি সম্ভৱতেৰে নিৰ্দ্দোষী হলত যাৰ
৫ দোৱাৰায় যি অনুগ্ৰহত স্থায়ী হইছো সেই অনু

২ গুণেৎ সক্ত্ৰাতৰ্ দোৱাৰায় সোমায় আৰু ঈশ্বৰৰ্
৩ সুখ পোৱা আশাতে আনন্দ কৰো এনে যি আমাৰ্
প্ৰভু য়িশু খ্ৰীষ্ট তেঁওৰ্ দোৱাৰায় ঈশ্বৰে সৈতে
৪ আমাৰ্ মিল্ হয়। আৰু এয়ে কেৱল্ এনে ন
হয় কিন্তু দুঃখে যি সহনশীলতা জন্মায় সহনশীল
তায় যি আটকাল জন্মায় আটকাল যি আশা জন্মা
৫ য় আশা সংকোচিৎ যি ন কৰে কিয়নো আমাক্ দিয়া
যি ধৰ্ম্মাত্মা তাৰে ঈশ্বৰৰ্ চেনেহ আমাৰ্ মনৎ
৬ সৰ্ব্ব প্ৰকাৰে পড়িছে এই বিলাককে জানি আমি
বিৰুদ্ধ অৱস্থাৎ সাহসিক্ হোঁ। কিয়নো আমাৰ্
সামৰ্থ্যৰহিৎ হোৱা কালৎ উচিৎ সময়ৎ খ্ৰীষ্ট
৭ অসেৱকিয়াইঁতৰ্ কাৰণ মৰিল্। সাধু মানুহৰ্
কাৰণ্ প্ৰায় কোনো ন মৰিব তথাচ শুভ কৰোতো
মানুহৰ্ কাৰণ্ কোনো মৰিবলৈ কদাচিত সাহসিক্
৮ হব পাৰে। কিন্তু যি কালৎ আমি পাপিষ্ঠ আছিলো
সেই কালতে খ্ৰীষ্ট আমাৰ্ কাৰণ মৰিল্ জৈয়াতেই
ঈশ্বৰে আমাক্ প্ৰতি আপোন্ চেনেহ বাখানিলে।
৯ এই হেতুকে আমি এতিয়া তেঁওৰ্ শোনিতেৰে নিৰ্দ্দোষী
হই তেঁওৰ্ দোৱাৰায় খঙৰপৰা ততোধিক্ উদ্ধা
১০ ৰিৎ হম্। কিয়নো আমি শত্ৰু হই যেদি সেই কালৎ
ঈশ্বৰৰ্ পুত্ৰৰ্ মৃত্যুতে তেঁওৰে সৈতে মিল্ আছিলোঁ
ততোধিকো মিল্ হই আমি তেঁওৰ্ জীৱনৎ তৰণী
১১ পাম্। আৰু সেয়ে কেৱল্ এনে ন হয় কিন্তু যাৰ্
প্ৰসাদাৎ আমি প্ৰায়শ্চিত্তৰ ফল্ এতিয়া পাইছো

সেই আমাৰ প্ৰভু য়িশু খ্ৰীষ্টৰ দোৱাৰায় আমি
১২ ঈশ্বৰতো সাহসিক হোঁ। এই নিমিত্তে যেনকৈ
এটাৰ দোৱাৰায় পাতক জগৎ সোমায় আৰু
পাতকৰ দোৱাৰায় মৃত্যু আৰু তাতে এটায় পাতক
১৩ কৰাহেতু মৃত্যু এটাইৰে পৰলৈ আহিল। কিয়নো
শাস্ত্ৰ পৰ্য্যন্তলৈকে পাতক জগতত আছিল কিন্তু যত
১৪ শাস্ত্ৰ নায় তত পাতক গণনে যায়। যাৰ আগ
মন হবলগা তেঁওৰ উপমা যি আদম তেঁৱে পাতকৰ
নিচিনা যিবিলাকে পাতক ন কৰিছিল সেইবিলাকৰ
উপৰত আদমৰেপৰা মোশইলৈকে মৃত্যু ৰাজ্য
১৫ কৰিলে। কিন্তু যেনেকৈ অৱঃপতন তেনেকৈ
বিনা মোলে দান ন হয় কিয়নো একৰ পতনত যেদি
বহু মৰে তেবে ঈশ্বৰৰ অনুগ্ৰহত যি দান
সেয়ে একৰ দোৱাৰায় অৰ্থাৎ আমাৰ প্ৰভু য়িশু
খ্ৰীষ্টৰ দোৱাৰায় সেই দান অত্যাধিক ভালেমানক
১৬ প্ৰতি আগলিকা আছে। আৰু এক পাতকাৰ
দোৱাৰায় যেনে আছিল দান তদ্ৰূপ ন হয়
কিয়নো এক দোষৰ দোৱাৰায় শাস্তি দিয়ালৈকে
সোধি আছিল কিন্তু বিনা মোলে যি দান সেয়ে ভালে
মান দোষৰ নাশবলৈ পৰমাৰ্থিকী কৰালৈকে আছে।
১৭ কিয়নো একৰ দোষৰ দোৱাৰায় মৃত্যুএ একৰ দোৱাৰায়
ৰাজ্য কৰিলে তেবে যিবিলাকে অনুগ্ৰহৰ বাহুল্য পাৰ
মাৰ্থিক দান পায় সেইবিলাক কাৎকৈ অধিক
একৰ দোৱাৰায় অৰ্থাৎ য়িশু খ্ৰীষ্টৰ দোৱাৰায় জীৱ

১৮ সৎ ৰাজা কৰিব। এই হেতুক যেনেকৈ একৰ
পতনতে এটায় মানুহক শাস্তি দিয়ালৈকে দোষ হল
তেনেকৈ একৰ ধর্ম্মত জীৱনৰূপ নির্দোষীকৰালৈ
১৯ কে বিনা মোকেল দান এটাইলৈকে আছিল। কিয়নো
যেনেকৈ এটাই ঈশ্বৰৰ আজ্ঞা ন মনাতে ভালেমান
পাতকী কৰা হল তেনেকৈ এজনে ঈশ্বৰৰ আজ্ঞা
২০ মনাতে ভালেমানকো নির্দোষী কৰা হব। দোষ
সৰহ হবলৈ শাস্ত্ৰ সোমাল কিন্তু যেনেকৈ
মৃত্যুলৈকে পাতকে ৰাজ্য কৰিছিল তেনেকৈ পাপৰ
মার্থিক দোষাবায় অনন্ত আয়ুলৈকে আমাৰ প্ৰভু
যিশু খ্রীষ্টৰ দোষাবায় অনুগ্ৰহ ৰাজ্য কৰে এই
নিমিত্তে যতে পাতকৰ বাহুল্য আছিল তাতে অনু
গ্ৰহৰ ততোধিক বাহুল্য আছিল।—

পর্ব্ব ৬ তেব আমি কি কৈলিম অনুগ্ৰহৰ বাহুল্য হবলৈ
২ আমি পাতকত আচৰিম নে সেয়ে নোহোক। পাতকক
প্ৰতি মৰা যি আমি কেনেকৈ আমি তাতে আচ
৩ ৰিম। তোমালোকে জানা নে আমাৰ মাজৎ যি
মান মানুহ খ্রীষ্টৎ ডুবুৰা হইছিল তিমান মানুহ
৪ তেওঁৰ মৰণৎ ডুবিছিল এই হেতুক যেনেকৈ পিতাৰ
শক্তিৰে খ্রীষ্ট মৃতুৰ পৰা উৎথাপিৎ হইছিল
তেনেকৈ আমি ও নবীন আচাৰ এ ফুলো এই নিমিত্তে
তেঁওৰ মৰণৎ ডুবাতেই তেঁওৰ সৈতে মৈদামৎ
৫ শোৱালোঁ। যেদি তেঁওৰ মৰণৰ নিচিনাকৈ একে
লগে আমি ৰোৱা হইছিলো তেবে তেঁওৰ পুনৰুৎ

৬ থান্ হুনে হব। কিয়নো আমি জৈয়াৰ্ পাচে পাত
কৰ্ আশ্ৰয় ন কৰিবলৈ পাতকময় দেহ নষ্ট হবৰ্
নিমিত্তে আমাৰ্ প্ৰবৰ্ণি মানুহ তেঁৱে সৈতে ক্ৰুশং-
৭ হত হল্ জৈয়াক্ আমি জানোঁ। কিয়নো যেয়ে
৮ মৰিচে সেয়ে পাতকৰ্পৰা মুক্ত। এতিয়া আমিও
যেদি খ্ৰীষ্টসৈতে মৃত হোঁ তেবে খ্ৰীষ্ট মৃত্যুৰ্পৰা
ওঠাৰ্ হুই আকও ন মৰে তেঁওৰ্ ওপৰত্ মৃত্যুৰো
৯ আধিপত্যনাই জৈয়াকে জানি আমি তেঁৱে সৈতে জীয়্
১০ জৈয়াতে আস্তিক হবো। কিয়নো তেঁও যি মৰিল্
সেয়ে এই তেঁও এবেলি পাতকৰ্ প্ৰতি মৰিল্ কিন্তু তেঁও
১১ যি জীয়ে সেয়ে এই তেঁও ঈশ্বৰক্ প্ৰতি জীয়ে। তো
মোলাকো পাতকক্ প্ৰতি নিশ্চয়ে মৰা কিন্তু আমাৰ্
প্ৰভু যিশু খ্ৰীষ্টৰ্ দোয়াৰায় ঈশ্বৰক্ প্ৰতি জীয়া
১২ আপোনাকে এনেকৈ গিয়ান্ কৰিবা। এইহেতুক্
পাতকৰ্ যি অভিলষিত তদনুসাৰে তোমোলাকে তাকে
নেমানিবলৈ তোমোলাকৰ মৰিবলগা দেহৰ্ পাত
১৩ কক্ আধিপত্য কৰিব নিদিবা। আৰু আপোনাৰ্
অংগো পৰমাৰ্থক্ কৰ্ম্ম কৰা অস্ত্ৰৰ নিচিনাকৈ পাত
কক্ নিদিবা কিন্তু যিবিলাকে মৃত্যুৰপৰা প্ৰাণ পাইচে
সেইবিলাকৰ্ নিচিনাকৈ আপোনাকে আৰু সুকৰ্ম
কৰ্ম্ম কৰা অস্ত্ৰৰ্ নিচিনাকৈ তোমোলাকৰ্ অঙ্গ
১৪ ঈশ্বৰক্ দিবা। কিয়নো তোমোলাক্ শাস্ত্ৰৰ্
অধীন্ নো হোৱা কিন্তু অনুগ্ৰহৰ অধীন্ এই হেতুক্

পাতকে তোমোলাকৰ্ ওপৰৎ আধিপত্য ন কৰিব।
১৫ তেবে আমি শাস্ত্ৰৰ্ অধীন নোহোঁ কিন্তু অনুগ্ৰ
হৰ্ অধীন্ হোঁ এই নিমিত্তে আমি সেই নিকোনে
১৬ পাতক্ কৰিম্ নে সেয়ে নো হোক্। যি মাননৰ্ কাৰণে
তোমোলাকে যাৰ্ কোথৰৎ আপোনাকে সেৱকিয়া
অবলৈ দিয়া মৃত্যুময় ফলৰ্ অৰ্থে পাতক্ বা মঙ্গল
কৰ্ম্মময় ফলৰ্ অৰ্থে আজ্ঞা মনা এই দুয়োৰ মাজৎ
যেয়ে হোক্ যিহকে তোমোলাকে মানা তাৰে সেৱ
কিয়া তোমোলাক্ আছা তোমোলাকে জৈয়াক্ নে জা
১৭ না নে। তোমোলাক্ পাতকৰ্ বন্দী আছিলা হয় কিন্তু
যি শিক্ষাৰ্ লালি তোমোলাকক্ দিয়া গল্ তাকে
তোমোলাকে মনে দৈতে মানিছা জৈয়াতে ঈশ্বৰৰ্
১৮ স্তুতি হোক্। এইহেতুক্ তোমোলাক্ পাতকৰ্
১৯ পৰা মুক্তৎ অই পাৰমাৰ্থ্যৰ্ সেৱকিয়া অইছা। তো
মোলাকৰ্ দেহৰ্ দুৰ্ব্বলতাৰ্ কাৰণে ময় মানুহৰ্ নিচি
নাকৈ কঁও কিয়নো তোমোলাকে অপাৰমাৰ্থ্যৰ সেৱ
কিয়া অবলৈ আপোনাকে অপাৰমাৰ্থ্যৰ্ আৰু অমল্
কৰ্ম্মৰ্ অৰ্থে দিছা তেনেকৈ পুন্যৰ্ নিমিত্তে তোমোলা
২০ কৰ্ অঙ্গ পাৰমাৰ্থ্যৰ্ সেৱকিয়া অবলৈ দিয়া। কিয়নো
যিকালৎ তোমোলাক্ পাতকৰ্ সেৱকিয়া আছিলা
সেই কালৎ তোমোলাক্ পাৰমাৰ্থ্যৰ্ অনধীন আছি
২১ লা। তেবে যি কৰ্ম্মৎ এতিয়া তোমোলাকৰ্ লাজ্ সেই
কৰ্ম্মৎ তেতিয়া তোমোলাকৰ্ কি ফল্ আছিল্ কিয়নো
২২ সেই কৰ্ম্মৰ্ শেহ মৃত্যু। কিন্তু এতিয়া তোমো

লাক্ পাতকৰ্পৰা মুক্ত আৰু ঈশ্বৰৰ সেৱকিয়া
হলে তোমোলাকৰ্ ফল্ পুন্যৰ্ কাৰণ আৰু শেহ
২৩ অনন্ত আযু আছে। কিয়নো পাতকৰ্ বেচ মৃত্যু
কিন্তু ঈশ্বৰৰ যি দান্ সেয়ে আমাৰ্ পুভু যিশু খ্রীষ্টৰ্
দোয়াৰায় অনন্ত আযু আছে।

পৰ্ব্ব ময় শাস্ত্ৰত পাৰ্গত মানুহত ঔয়াকে কওঁ ভায় হে
১ তোমোলাকে নে জানানে যে তদিন্ শাস্ত্ৰ জী থাকে তে
২ তেদিন্ তেওৰ্ আধিপত্য মানুহৰ্ ওপৰত আছে। কিয়
নো যি তিৰোতা মানুহৰ্ গিৰিয়ক্ আছে গিৰিয়েক
যেতে দিন্ জীয়ায় থাকে তে ত দিন্ শাস্ত্ৰৰ্ বন্ধেৰে
সেই তিৰী আপোন গিৰিয়েকে সৈতে বন্ধিত আছে
কিন্তু গিৰিয়েক মৰিলে গিৰিয়েকৰ্ শাস্ত্ৰৰ্ বান্ধ
৩ পৰা মুক্ত আছে। এয়েৰেই গিৰিয়েক জীয়ায় থকাত
যেদি আৰু কোনো পুৰুষে সৈতে তাইৰ্ বিয়া হয়
তেবে বেশ্যা বুলি পুখ্যাত হয় কিন্তু গিৰিয়েক্ মৰিলে
যি তিৰী সেই শাস্ত্ৰৰ্ বান্ধৰপৰা মুক্ত হয় তাতে
যেদি আৰু কোনোএ সৈতে তাইৰ্ বিয়া হয় তেবে
৪ বেশ্যা ন হয়। এই নিমিত্তে হেমোৰ্ ভায়হঁত
তহঁত আনে সৈতে বিবাহিত হো অৰ্থাৎ যি
মৃত্যুৰ্পৰা ওঠে তেঁৱে সৈতে আৰু আমি ঈশ্ব
ৰক্ পুতি ফল বৰো এই কাৰণে তোমোলাক্ খ্রীষ্টৰ্
৫ দেহৰ্ দোয়াৰায় শাস্ত্ৰক্ পুতি মৰা হুইচা। কিয়নো
যেতিয়া আমি শৰীৰাৰুলম্বী আছিলো সেই কালত
মৃত্যুৰ্ পুতিফল্ ওপজাবলৈ শাস্ত্ৰতে সিদ্ধ পাপা

৬ ভিলাষে আমার অশুৎ ব্যাপার করিলে। কিন্তু এতিয়া যিহতে আমি বৰা আছিলো সেয়ে মৰিলৎ আমি আন্মার নবীনতাৎ সেৱা করোঁ আরু আৰ ৰৱ প্ৰৱাতনতাৎ সেৱা ন করো সেই নিমিত্তে শাস্ত্ৰ
৭ র পৰা মুক্ত হইছো। তেবে আমি কি কুলিমু আপনে পাপ সেয়ে নো হোক্ শাস্ত্রক্ ব্যতিৰেকে ময় পাতক্ নে জানিলো কিয়নো লোভ ন করিবা শাস্ত্রে যেদি এই বাক্য ন কুলিলেহেঁতে তেবে ময় কাম্ নে
৮ জানিলোহেঁতেন। কিন্তু পাতকে আজ্ঞার দোৱা রায় অৱশৰ্ পায় সকল্ বিধ কাম মোর্ মাজৎ জন্মালে যিহেতুক্ শাস্ত্রব্যতিৰেকে পাতক্মৰা।
৯ কিয়নো আগেই ময় শাস্ত্রক্ ব্যতিরেকে জীয়ায় আছিলো কিন্তু আজ্ঞা ওপৰৎ হলৎ পাতক্ জীলে
১০ আরু ময় মরিলো। আরু যি আজ্ঞা জীৱনর্ নিমিত্তে আছিল্ তাকে ময় মৃত্যুর্ নিমিত্তে পালো।
১১ কিয়নো আজ্ঞার্ দোৱাৰায় পাতকে আহৰি পায়
১২ মোক্ ভণ্ডনা করিলে তাতে মোক্ বধিলে। এই হেতুক্ শাস্ত্র শুদ্ধ আরু আজ্ঞা শুদ্ধ সুৰূপো
১৩ ভালো। তেবে ভাল্ যি সেয়ে মোর্ প্ৰতি মৃত্যুসৰূপ হল্ নে সেয়ে নো হোক্ কিন্তু আপ্নি আজ্ঞার্ দোৱাৰায় অতিশয় পাতকীৰূপে প্ৰেচিক্ হবলৈ মোর্ মাজৎ ভাল্ বেহানির্ দো ৱাৰায় মৃত্যু জন্মোতা পাতক্ পাতক্ৰূপেই প্ৰেচিক্ হবলৈ
১৪ মোর্ প্ৰতি মৃত্যুৰূপ আছিল্। কিয়নো আমি

জানো যি শাস্ত্ৰ অধ্যাত্ম্ আছে কিন্তু মই দৈহিক্
১৫ পাতকৰ্ অধীন্ হবলৈ বেচা হইআছো। মই
যি কৰো তাক্ মনৎ ন লঁও কিয়নো মই যিহকে
ভাল্ পঁও তাক্ ন কৰোঁ কিন্তু যিহকে ঘিনঁও তাকে
১৬ কৰোঁ। এয়েৰেই যেয়ে মোৰ্ ঔচ্ছনীয় কৰ্ম্ম
ন হয় তাকে যেদি কৰোঁ তেবে শাস্ত্ৰ ভাল্ এই
১৭ প্ৰমাণ মই দিযোঁ। এইহেতুক্ এই কৰ্ম্ম যি কৰে
সেয়ে মই নো হোঁ কিন্তু মোৰ্ মাজৎ থকা পা
১৮ তক্। কিয়নো মই জানো মোৰ্ মাজৎ অৰ্থাৎ
মোৰ্ শৰীৰৰ্ মাজৎ কোনো ভাল্ বেহানি নেথাকে
কিয়নো ঔচ্ছা কৰা মোতে ওপগৎ আছে কিন্তু যেয়ে
১৯ ভাল্ তাৰে সিদ্ধি কৰিবৰ্ সামৰ্থ্য মই ন পঁও। কিয়নো
যি সুকৰ্ম্ম মই কৰিব খোজো তাক্ মই ন কৰো কিন্তু
২০ যি কুকৰ্ম্ম কৰিব নো খোজো তাক্ মই কৰো। এই
হেতুক যিহক্ মই কৰিব নো খোজো তাকে যেদি
কৰো তেবে তাক্ যি কৰে সি মই নোহো কিন্তু মোৰ্
২১ মাজৎ থকা পাতক্। এয়েৰেই মই এনে শাস্ত্ৰ
পাইছো কি যেতিয়া সুকৰ্ম্ম কৰিব খোজো তেতিয়া
২২ কুকৰ্ম্ম মোৰ্ ওচৰৎ ওপগৎ হয়। কিয়নো অন্ত
ৰৰ পুৰুষৰ্ অনুসাৰে মই ঈশ্বৰৰ্ শাস্ত্ৰৎ তুষ্ট
২৩ হইআছো। কিন্তু মোৰ্ মনস্থ শাস্ত্ৰ বিৰুদ্ধ
যুদ্ধ কৰি আৰু মোক আপোন্ অঙ্গস্থ পাতকৰূপ্
শাস্ত্ৰাধীন্কাৰী আন্ এক্ শাস্ত্ৰ মই আপোন্ অঙ্গৎ
২৪ দেখিবলৈ পঁও। হায়২ মনস্তাপী মানুহ যি মই

এই পাপ দেহৰপৰা মোক্ ওবাৰ্ কৰিব কোনে।
আমাৰ্ প্ৰভু য়িশু খ্ৰীষ্টৰ্ দ্বাৰায় ময় ঈশ্বৰক্ স্তুতি
২৫ কৰোঁ। এই হেতুক্ ময় আপুনি মনেৰে ঈশ্বৰৰ্
শাস্ত্ৰক্ সেৱা কৰো কিন্তু শৰীৰেৰে পাতকৰ্ শাস্ত্ৰক
সেৱা কৰোঁ।—

পৰ্ব্ব এইহেতুক্ যিবিলাক্ খ্ৰীষ্ট য়িশুৎ আছে যিবি
৮ লাক্ শৰীৰানুসাৰে ন প্ৰবৰ্ত্তে কিন্তু আত্মানুসাৰে
২ প্ৰবৰ্ত্তে সেইবিলাকে শাস্তি পাবলগা ন হয়। কিয়
নো খ্ৰীষ্ট য়িশুৎ জীৱন্ দিয়োঁতা আত্মাৰূপ যে
শাস্ত্ৰে পাতকৰে মৃত্যুৰূপ শাস্ত্ৰৰেপৰা মোক্ মুক্তৎ
৩ কৰিলে। কিয়নো শাস্ত্ৰ দেহৰ্ দোৱাৰায় নিৰ্ব্বলী
হই যিহকে কৰিব নোৱাৰিলে সেয়ে শৰীৰানু
সাৰে ন হয় কিন্তু আত্মানুসাৰে আচৰোঁ আমি
৪ আমাৰ্ মাজৎ শাস্ত্ৰোক্ত ধৰ্ম্ম পুৰ হবলৈ। শৰী
ৰৎ থকা পাতকক্ দোষ হুঁনি জানি ঈশ্বৰে পাত
কী মানুহৰ্ মূৰ্ত্তিত দেহযুক্ত পাতক্ পঠিবলৈ আপো
৫ নাৰ্ পুত্ৰেকক্ প ঠয়ায় কৰিছে। কিয়নো যিবিলাক্
দেহৰ্ মতে আচৰোঁতা সেইবিলাকে দৈহিক
বস্তু মানে কিন্তু আত্মাৰ মতে আচাৰতোবিলাকে
৬ আত্মীয় বস্তুক্ মানে। কিয়নো দৈহিক্ মানন্ মৃত্যু
কিন্তু আত্মীয় মানন জীৱনো শান্তি কিয়নো দেহীয়
মানন্ ঈশ্বৰৰ্ বিৰুদ্ধৰূপে শত্ৰুতা যিহেতুক্ সেই
অধীন ঈশ্বৰৰ্ শাস্ত্ৰ ন হয় আৰু হবও নো
৮ ৱাৰে। এই হেতুক্ যিবিলাক্ দেহতেই থাকে সেই

৯ বিলাকে ঈশ্বৰক তুষিব নোৱাৰে। কিন্তু ঈশ্বৰৰ
আত্মা যেদি তোমোলাকৰ মাজত থাকে তেবে তো
মোলাক দেহত নোহোৱা কিন্তু আত্মাতে থাকা। যেদি
কোনো ঈশ্বৰৰ আত্মা বিৰোতা ন হয় তেবে সি
১০ তেঁওৰ ন হয়। আৰু যেদি খ্ৰীষ্ট তোমোলাকৰ
মাজত হয় তেবে পাতকৰ দোৱাৰায় শৰীৰ মৰা কিন্তু
সকৰ্ম্মৰ দোৱাৰায় আত্মা জীৱনৰূপ আছে।
১১ কিন্তু যি জন আমাৰ প্ৰভু যিশু খ্ৰীষ্টক মৃত্যুৰপৰা
তুলিলে তেঁওৰ আত্মা যেদি তোমোলাকৰ মাজত
থাকে তেবে যেয় খ্ৰীষ্টক মৃত্যুৰপৰা তুলিলে তেঁও
তোমোলাকৰ মাজত থকা আপোন আত্মাৰ দোৱা
ৰায় তোমোলাকৰ মৰিবলগা দেহো জীয়াবো।
১২ এই হেতুকে ভায়হঁত হে আমি ধৰুৱা হোঁ কিন্তু শৰী
১৩ ৰৰ মতে আচৰিবলৈ দেহৰ নোহো। কিয়নো তোমো
লাকে যেদি দেহৰ মতে আচৰা তেবে মৰিবা কিন্তু
যেদি আত্মাৰে দেহৰ কৰ্ম্ম নিপাত কৰা তেবে জীৱন
১৪ ভুঞ্জিবা। কিয়নো যিমান মানুহ ঈশ্বৰৰ আত্মাৰে
১৫ লতোৱা তিমান মানুহ ঈশ্বৰৰ লৰা। তোমোলাকে
ভয়জনক বন্দী স্বৰূপ আত্মাক আকও পোৱা নাই।
কিন্তু যাৰে তোমোলাকে বোপায় বোপায় বুলি মাতা
যি তোলনীয়াপোৰূপ আত্মা তেঁওকেই পাইছা।
১৬ আমি যি ঈশ্বৰৰ লৰা আত্মায় আপুনি আমাৰ
১৭ আত্মায় সৈতে তাৰে প্ৰমাণ কৰে। আৰু লৰা যেদি
তেবে অধিকাৰ অৰ্থাৎ ঈশ্বৰাধিকাৰ আৰু খ্ৰীষ্ট

সৈতে অধিকাৰ্ তেঁৱে সৈতে যেদি দুঃখ ভুঞ্জো
১৮ তেন্বে তেঁৱে সৈতে মোক্ষ ভঞ্জুৰ। কিয়নো এই
বৰ্ত্তমান কালৰ্ দুঃখ আমাৰ্ মাজৎ প্ৰৌচিক হব
লগা সুখৰ্ সদৃশ হবৰ্ যোগ্য ন হয় ঔয়াকে
১৯ ময় গণনা কৰো। কিয়নো সৃজা বস্তুলৈ আতি
শয় অপেক্ষায় ঈশ্বৰৰ্ পুত্ৰেক হতৰ্ প্ৰৌচিকলৈ
২০ অপেক্ষা কৰিছে। কিয়নো সৃজা বস্তু নিৰৰ্থকতাৰ্
২১ অধীন কৰা হল্ ঔচ্ছাপূৰ্ব্বক্ ন হয় কিন্তু সৃজা বস্তু
আপুনিও ক্ষয়ৰ্ বন্দিৰ্পৰা ঈশ্বৰৰ্ জ্যোতিৰ্ম্ময় মোক্ষ
স্বৰূপ হব এইগুণে যেয়ে আশাতে তেঁওহ্ অধীন্
২২ কৰিলে তাৰে নিকুনে কিয়নো আমি জানো
এটাই সৃষ্টি এতিয়ালৈকে কেঁকায় আৰু পুসৱ
বেদনাৰ্ নিচিনা বেদনাতে এটাইৰূপে বেদনা পায়
২৩ আছে। সিও কেৱল এনে ন হয় কিন্তু আত্মাৰ্
পুথম ফল পোৱা আমি এই তোলনিয়া পুত্ৰত্ব অৰ্থাৎ
দেহৰ্ মুক্তিলৈ অপেক্ষা কৰি আপোনাৰ্ মাজতো
২৪ কেঁকোও। কিয়নো আমি আশাৰ্ পোৱাৰায়
ওদ্ধাৰ্ হোঁ কিন্তু দৃশ্যৎ যিসি আনে আশা ন হয় কিয়
নো মানুহে যিহক্ দেখে তাৰ্ আশা কৰে কিয়।
২৫ কিন্তু যি আমাৰ্ অদৃশ্য তাৰ্ আশা যেদি আমি
কৰো তেন্বে ধৈৰ্য্যৰিৰি আমি তালৈ অপেক্ষা
২৬ কৰোঁ। আত্মায়ো আমাৰ্ দুৰ্ব্বলতাৰ্ ওপকাৰ্ কৰে
কিয়নো আমাৰ্ প্ৰাৰ্থনাৎ কিং ওচিৎ ঔয়াক্ ময়
নে জানো কিন্তু আত্মায় আপুনি আমালৈ কয় ন লগা

২৭ কেঁকনিতে প্ৰাৰ্থনা কৰোৱায় । যেয়ে মন্ শোধ্ কৰে
তেঁও আত্মাৰ্ মনোভিলাষিৎ জানে কিয়নো তেঁও
ঈশ্বৰানুসাৰে ধৰ্ম্মৱন্ত মানুহৰ্ অৰ্থে প্ৰাৰ্থনা কৰে ।
২৮ ঈশ্বৰৎ প্ৰীতি কৰে অথচ ঈশ্বৰৰ্ নিয়মৰ্ অনুসাৰে
নিযোজ্য যিবিলাক্ হয় সেইবিলাক্ কুশল্ এটায়
কৰ্ম্ম গোট খায় সিদ্ধি কৰে ঔয়াক্ আমি জানো ।
২৯ কিয়নো তেঁও যেইবিলাকক আগেই জানিলে সেই
বিলাকক আপোন্ পুত্ৰেকৰ্ আকৃতি সদৃশ্ হবলৈ
তেঁও নিযোজন্ কৰিলে আৰু যিবিলাকক্ আগেই
৩০ নিযোজন্ কৰিলে সেইবিলাকক্ আহ্বান কৰিলে
আৰু যিবিলাকক্ আহ্বান্ কৰিলে সেইবিলাকক্
৩১ পৰমাৰ্থ কৰিলে । তেঁও তাঁয়হঁতৰ্ মাজৎ প্ৰথমতে
ওপজা হয় এই গুণে যিবিলাকক্ নিৰ্দ্দোষী কৰিলে
সেইবিলাকক মোক্ষ সুখ পোৱালে ।। তেবে সেই
বিলাকৎ আমি কি কুলিম্ যেদি ঈশ্বৰ্ আমাৰ সপক্ষ
৩২ তেবে আমাৰ্ বিপক্ষ কোন্ । যেয়ে আপোন্ পুত্ৰেকক্
মৰম্ ন কৰিলে কিন্তু আমাৰ্ এটায়লৈকে তেঁওক্
দিলে তেঁও তেঁৱে সৈতে বিনামোলে আন্‌বিলাকো
৩৩ আমাক্ নিদিব নে । ঔশ্বৰৰ্ মনোনীত মানুহৰ্
জগাৰ কোনে কব পৰমাৰ্থ কৰোতা ঔশ্বৰে নেউঁৰ্
কৰিব কোনে যি জন্ মৰিল বৰং যি জন্ আকও
৩৪ জীয়ায় আছে যি জন্ ঈশ্বৰৰ্ সোঁফালে আছে
৩৫ যি জনে আমাৰ্ অৰ্থে প্ৰাৰ্থনা কৰে এও খ্ৰীষ্টনে ।

খ্ৰীষ্টৰ চেনেহৰ বাহিৰ আমাক কোনে কৰিব
কি দুঃখ কি শোক কি বিপক্ষতা কি আঁকাল কি নাঙট
কি আপদ কি তৰোৱাল যেনেকৈ এয়ে লেখা
৩৬ আছে তোমাৰ কাৰণে মোৰ গোটেই দিন মৰাহঁা
আমি মাৰিবলগা মেচহঁতৰ নিচিনাকৈ গণা
৩৭ আছো। যি জনে আমাক চেনেহ কৰিলে তেঁওৰ
প্ৰসাদৎ আমি এইবিলাক কৰ্ম্মৎ জিকাৎকৈও
৩৮ বড়। কিয়নো মৃত্যু বা জীৱন বা দূত সকল বা ৰাজ্য
বা অধিপতিত্ব বা বৰ্ত্তমান কৰ্ম্ম ভবিষ্যৎ কৰ্ম্ম বা
ওখ বা চাপৰ বা আৰু কোনো সৃজা বেহানিএই
এইবিলাকৰ মাজৰ কোনোএ ঈশ্বৰৰ যি চেনেহ
যিশু খ্ৰীষ্টৎ আছে সেই চেনেহৰ বহিৰ্ভূৎ আমাক
কৰিব নোৱাৰে জৈয়াক মই নিশ্চয়ে জানো।—

পৰ্ব্ব মই খ্ৰীষ্টলৈ স্মৰণ কঁও মই মিচা কথা ন কঁও
৯ মোৰ মন বিৰ্ম্মান্যাৎ মোৰ সাক্ষী হলতো মই কঁও
২ মোৰ মনৎ বড় গধুৰালি আৰু নিত্য শোকো
আছে, কিয়নো যিবিলাক যিশৰএলীয়া সিবিলাকৰ
প্ৰতি তোলনিয়া পুত্ৰত্বক আৰু মাহাত্ম্যকে আৰু
নিৰ্ব্বন্ধকে আৰু শাস্ত্ৰ দিয়াকে আৰু ঈশ্বৰ সেৱাকে
৪ আৰু অঙ্গীকাৰকে দিছিল। পিতৃ লোকো যিবিলা
কৰ আছিল যি জন সৰ্ব্বাধিপতি সচ্চিদানন্দ ঈশ্বৰ
আছিল এনে যি খ্ৰীষ্ট তেঁও শৰীৰৰ অনুসাৰে যি
৫ বিলাকৰ্পৰা হইছিল এনে যি মোৰ ভায়হঁৎ শৰী
ৰৰ সম্বন্ধে মোৰ গিয়াতি সিবিলাকৰ অৰ্থে খ্ৰীষ্টৰ

বহিভূৎ-ৰূপে পাপগ্ৰস্ত হোৱাৰ্ গতি মোৰ্ হয়
৬ ঈশ্বৰে মুক্তিবলৈ মযু যুক্তৎ হৈয়াছো। ঈশ্বৰৰ্
কথাৰ্ একো ফল্ ন হলে যেনে হল্‌হৈঁতেন্ সি ন
হয় কিয়নো যিবিলাক্ য়িশ্ৰএলৰ্পৰা ওপজা সিবি
৭ লাক্ এটায় য়িশ্ৰএলীয়া ন হয়। অব্ৰাহামৰ্
সন্ততি হয়ো সিবিলাক্ সকল্ সন্ততি হয় এনে ন হয়
৮ কিন্তু য়িস্থাকৎ তোমাৰ্ বংশ পুত্ৰাৎ হব। তাৰে
অৰ্থ এই যিবিলাক্ দৈহিক্ সন্ততি সেইবিলাক্ ঈশ্ব
ৰৰ্ সন্ততি ন হয় কিন্তু অঙ্গীকাৰতে ওপজা সন্ততি
৯ বিলাক্ বংশ বুলি গণ্য হয়। কিয়নো অঙ্গীকাৰৰ্
কথা এই যয় এতিয়াৰ্ কালৰ্ অনুসাৰে আহিম্
১০ আৰু চাৰাৰ্ এটি পুত্ৰ হব। ঐয়ো কেবল্ এনে ন
হয় কিন্তু কৰ্ম্মৰ্পৰা ন হয় কিন্তু যেয়ে আহ্বান্ কৰে
তেঁওৰেপৰা মনস্থৰ্ অনুসাৰে যি ঈশ্বৰৰ্ নিয়ম্
সেয়ে স্থিৰ হয় এই গুণে যেতিয়া এক্ অৰ্থাৎ আমাৰ্
পিতৃ লোক্ য়িস্থাকৰ্পৰা ৰিবিকায় গৰ্ভ ধৰিছিল্ তে
১১ তিয়া যেনে এয়ে লেখা আছে যয় যশ্বাকৰ্ চেনেহ
১২ কৰিছো এশাবক্ ঘিনাইছো। তেনেকৈ লৰাহঁৎ
১৩ ভূমিৎ নো পেত্তোতেই আৰু ভাল্ বয়া একো নো
কৰোতেই তাৎ কোৰা হল জ্যেষ্ঠে কনিষ্ঠৰ্ শুশ্ৰূষা
১৪ কৰিব। তেবে আমি কি কৰিম্ ঈশ্বৰৰ্ জানো অপৰ
১৫ মাৰ্থ আছে সেয়ে নো হোক্ কিয়নো তেঁও মোশহাৎ
কলে যাকে মযু ক্ষেমিব খোজো তাকে ক্ষেমিম্ আৰু
১৬ যাকে মৰম্ কৰিব খোজো তাকে মৰম কৰিম্। এয়ে

ৰেই যি ইচ্ছা কৰে যি লৰ্ দিৰে সিহঁতৰ্ দোৱাৰায়
১৭ ফল্ ন হয় কিন্তু ক্ষেমোতা ঈশ্বৰৰ্ দোৱাৰায়। কিয়নো
ধৰ্ম্ম পুথিৎ ফাৰ্ওহক্ হুঁলিলে তোমাৰ্ মাজৎ
মোৰ্ প্রভাৱ দেখুৱাবলৈ আৰু মোৰ্ নাম্ সমুদায়
পৃথিৱীৎ প্রৌচিক্ হবলৈ ময় তোমাক্ উত্পন্ন কৰি
১৮ চো। এই হেতুকে যালৈকে উঁওৰ্ ইচ্ছা তাকে উঁও
কৃপা কৰে যালৈকে উঁওৰ্ ইচ্ছা তাকে টান্ কৰে।
১৯ তুমি মোক্ হুঁলিবা তেবে উঁও কাৰ্ দোষ কিয় বোলে
উঁওৰ্ ইচ্ছাক্ বাধা কৰে কোনে কিন্তু হে ঈশ্বৰক প্রত্যু
ত্তৰ কৰোতা মানুহ তয় কোন সৃজা বস্তুএ জানো
২০ সৃজোতাক হুঁলিব তুমি কিয়েলেই মোক্ এনেকৈ
২১ সৃজিলা। এদলা মাটিৰপৰা এটা সৎকাৰ্ নিমিত্তক্
দিহ আৰু এটা অসৎকাৰ্ নিমিত্তক্ দিহ গঢ়িবলৈ
২২ মাটিৰ ওপৰৎ কুমাৰৰ এই সামৰ্থ্য নায় নে। ঈশ্বৰে
আপোনাৰ্ খঙ প্রৌচিক কৰিবলৈ আৰু আপোন
প্রভাৱ জনাবলৈ যেদি বিনাশাৰ্থে যুগুৎ কৰা খঙ
২৩ দিহবিলাকক্ সহে আৰু আপুনি মহত্তালিৰ কাৰণে
যিবিলাকক্ আগেই যুগুৎ কৰিছে অৰ্থাৎ কেৱল্
য়িহুদীহঁতৰ্পৰা নিয়োজিৎ ন হয় আন্ দেশীহঁতৰ্
২৪ পৰাও নিযোজ্য কৃপাপাত্ৰ আমাৰ ওপৰৎ আপোন্
কৃপাৰূপ ধন্ প্রৌচিক কৰিবলৈ ইচ্ছা যেদি কৰিছে
২৫ তেবে কি। যেনেকৈ ওশি পুথিৎ এয়ে লেখা আছে
যিবিলাক মোৰ্ মানুহ না ছিল্ সেইবিলাকক্ ময়
আপোন মানুহক্ হুঁলি মাতিম্ আৰু যি প্রিয় না

২৬ জিল্ তাকে প্রিয় বুলি মাতিম্ আৰু যৎ মিবিলাকৎ কোৱা হল তোমোলাক্ মোৰ্ মানুহ নোহোৱা তৎ মিবিলাক্ জীৱন্ত ঈশ্বৰৰ্ শিশু বুলি পুখ্যাত হ্বৰ।
২৭ য়িশাঈয়াহে য়িশৰএলৰ কথাতো এটাহ পাৰি বুলিলে য়িশৰএলৰ্ সন্তুতিবিলাক্ মংগৰৰ্ বালিৰ্ নিচিনা হয় কিন্তু মিহঁতৰ অলপ্ মাতোন্ অৱ
২৮ শেষ ওইৰ্ হ্বৰ । কিয়নো তেঁও কৰ্ম্ম সমাপ্তি কৰিব আৰু পাৰমাৰ্থ্যে তাক্ সংক্ষেপ কৰিব যিহেতুক্ পৃথিৱীৎ ঈশ্বৰে কৰ্ম্ম সংক্ষেপ কৰিব।
২৯ য়িশাঈয়াহে যেনেকৈ আগেয়ো বুলিছিল্ মৈন্যৰ প্ৰভুহে যেদি আমাৰ্ এটি কহিয়া নে ৰাখিলেহেঁতেন্ তেবে আমি মদোমৰ্ নিচিনা হলোহেঁতেন্
৩০ আৰু অমৰাহৰ্ নিচিনা কৰিলোহেঁতেন্। তেবে আমি কি বুলিম্ পাৰমাৰ্থ্যৰ্ অনন্বৰ্ত্তী অন্যদেশী হঁতে পাৰমাৰ্থাক্ৰমণ কৰিছে অৰ্থাৎ মঞ্জাতৎ
৩১ ওনজা পাৰমাৰ্থ্য কিন্তু পাৰমাৰ্থ্য শাস্ত্ৰৰ্ অনুবৰ্ত্তী য়িশৰএলীহঁতে পাৰমাৰ্থ্য শাস্ত্ৰাক্ৰমণন কৰিলে ঔয়াৰ্ হেতু কি মিহঁতে মঞ্জাতৰ্ দোৱাৰায় তাক্ নি বিচা
৩২ ৰিলে কিন্তু কৰ্ম্ম শাস্ত্ৰৰ্ বিধিৰ্ দোৱাৰায় যেনেকৈ
৩৩ বিচাৰে তেনেকৈ বিচাৰিলে এই হেতু। কিয়নো মিহঁতে মেই ঘুটি খোৱাৰ্ শিলৎ ঘুঁটী খালে যেনেকৈ এয়ে লেখা আছে দেখা যয় ঘটি খোৱাৰ্ এক্ শিল্ বাধা কৰাৰ্ এখান পৰ্ব্বৎ মাওনৎ স্থাপন কৰো আৰু যি তাতে বিশ্বাস্ কৰে মি লাজন্ন হ্বৰ।

পৰ্ব্ব হে ভায়হঁৎ য়িশৰএলীহঁৎ ওপৰত যি হয় ঈশ্বৰৰ
১০ আগৎ সিহঁতৰ নিমিত্তে মোৰ মনোভিলষিৎ প্ৰাৰ্থনা
২ এই। সিহঁতৰ ঈশ্বৰৰ সেৱা কৰিবলৈ তাপ আছে
সিহঁতৰ ঔয়াৰে সাক্ষী ময় কিন্তু সেই তাপ জ্ঞানা
৩ নুসাৰে ন হয়। কিয়নো সিহঁতে ঈশ্বৰৰ পাৰমাৰ্থাৰ
কথা নে জানি আৰু আপোনাৰ বিষয় থাপনা কৰি
বলৈ কাৰ্য্যৰ কৰি ঈশ্বৰৰ পাৰমাৰ্থাৰ বশবৰ্ত্তী ন
৪ হল। কিয়নো পাৰমাৰ্থাৰ নিমিত্তে আস্তিক কৰোতা
৫ সদোষে হাইৎ শাস্ত্ৰৰ আশয় খ্ৰীষ্ট। কিয়নো
শাস্ত্ৰৎ ওপজা যি বিষয় তাৰ চৰ্চা মোশহ এই কৰিছে
যি মানুহে তাকে কৰে সি তাৰ দোৱাৰায় জীব।
৬ কিন্তু সঙ্খাতৎ গৃহীৎ যি বিষয় সি এনেকৈ কয়
তুমি আপোন মনৎ নে ভাবিবা খ্ৰীষ্টক নমাবলৈ
৭ স্বৰ্গৎ কোন ওঠিব। বা খ্ৰীষ্টক মৃত্যুৰপৰা তুলিবলৈ
৮ দৎ নামিব কোন। কিন্তু সি কি বোলে বাক্য অৰ্থাৎ
সঙ্খাতৰ যি বাক্য আমি কীৰ্ত্তন কৰো সেয়ে তোমাৰ
ওচৰৎ অৰ্থাৎ তোমাৰ মনৎ আৰু মুখৎ তাৰ
৯ তাৎপৰ্য্য এই। তুমি মুখেৰে যেদি প্ৰভু য়িশুখ্ৰীষ্টক শৈ
কৰা আৰু ঈশ্বৰে তেঁওক মৃত্যুৰপৰা তুলিব ঔয়াকো
১০ যেদি মনেৰে পতীয়োৱা তেবে তুমি তৰিবা। কিয়নো
মনেমেন্তে মানুহে বিষয় গ্ৰহণ কৰিবলৈ পতী
য়ায় আৰু তৰিবৰ নিমিত্তে মুখেৰে শৈ কৰে।
১১ কিয়নো ধৰ্ম্মপুথিএ ঔয়াকে বোলে যি কোনোএ তেঁওক
১২ পতীয়ায় তাৰ লাজ নু হুব। য়িহুদীৰে আৰু

গ্ৰীকৰ একো ভেদ নায় কিয়নো এটাইৰে অধিকাৰ্
সেই এক্ প্ৰভু আপোনাৰ্ আগৎ প্ৰাৰ্থনা কৰোতা
১৩ এটায় মানুহক্ প্ৰতি তেঁও ধনী আছে। কিয়নো যি
কোনোএ ঈশ্বৰৰ্ নামলৈ প্ৰাৰ্থনা কৰিব সি মুক্ত
১৪ হব। তেবে যিহঁতে সিহঁতে বিশ্বাস ন কৰিছে
সিহঁতে তেঁওৰ্ আগৎ কেনেকৈ প্ৰাৰ্থনা কৰিব যাৰ্
কথা সিহঁতে ন শুনি আছে তেঁওৎ কেনেকৈ বিশ্বাস্
কৰিব আৰু কীৰ্ত্তন্ কৰোতা কোনো ন হলে সিহঁতে
কেনেকৈ শুনিব আৰু পাঁচনী ন হই সিহঁতে কীৰ্ত্তন্
১৫ কৰিব কেনেকৈ। যেনেকৈ এয়ে লেখা আছে
যিবিলাকে কুশল্ দিয়োতা শুভবাৰ্ত্তা প্ৰচাৰ কৰে
ভাল্ কথাৰ্ হৰিষ্ দিয়োতা বতৰাও দিয়ে সেইবিলা
১৬ কৰ্ ভৰি কেনে চিকোন্। কিন্তু সিহঁতে এটায়ে শুভ
বাৰ্ত্তা মনা নায় কিয়নো যিশায়াহে বুলিলে হে যিহো
১৭ হ আমাৰ্ বতৰাৎ আস্তিক্ কৰিছে কোনে। এই
হেতুক্ শ্ৰৱণৰ্ দোৱাৰায় সজ্ঞাৎ ঈশ্বৰৰ্ বাক্যৰ
১৮ দোৱাৰায় শ্ৰৱণ। কিন্তু ময় কওঁ সিহঁতে শুনি
বলৈনে পাইছে নে অৱশ্যক শুনিছে কিয়নো সিহঁ
তৰ্ শব্দ সকল্ পৃথিৱীৎ গতি কৰিলে আৰু সিহঁ
১৯ তৰ্ কথা জগতৰ্ সীমালৈকে গল্। কিন্তু ময়
কওঁ যিশ্ৰএলে কিবা জনায় নায় প্ৰথমতে মোশহ
বুলিলে যিবিলাক্ মানুহেই ন হয় সেইবিলাকৰ্
দোৱাৰায় ময় তোমোলাকক্ তাপিৎ কৰিম আৰু
অজান এক্ দেশী মানুহৰ্ দোৱাৰায় তোমোলাকক্

২০ মাউলৰ্ কৰিম্ । কিন্তু যিশাইয়াহ্ অতি নিৰ্ভয় হৈ বুলিলে যিবিলাকে মোক্ নিবিচাৰিলে সেই বিলাকৰ্ দ্বাৰা মই পোৱা হলো যিবিলাকে মোক্
২১ কাৰণে ন শুধিলে সেইবিলাকৰ্ দ্বাৰাৎ প্ৰেচিক আছিলো কিন্তু যিশৰএলৎ কলে নমনাকে বিৰোধি কৰোতা মানুহকে প্ৰতি মই গোটেই দিন্ বাহু মেলি আছো ।

পৰ্ব্ব তেবে মই কঁও ঈশ্বৰে আপোন্ মানুহবিলাকক্
১১ এৰি দিছে নে সেয়ে নো হোক্ কিয়নো ময়ো অবৰা হামৰ্ সন্ততি অৰ্থাৎ বেন্যামিনৰ্ বংশৰ এক্ যিশ
২ ৰএলী । ঈশ্বৰে আপোনাৰ্ আগেই জানা
৩ মানুহবিলাকক্ এৰি দিয়া নায় । এলীয়াহে কেনেকৈ যিশৰএলৰ্ অহিৎ এই প্ৰাৰ্থনা কৰিলে হে যিহুহ সিহঁতে তোমাৰ্ আচাৰ্য্যবিলাকক্ বধিলে তোমাৰ্ যজ্ঞৰ ভেঁটিও ধ্বংস পেলালে আৰু মই অকলে আছো তথাপি সিহঁতে মোৰ্ প্ৰাণ মাৰিব খোজে ঈৰ্ষা অৰ্থাৎ তেঁওৰ্ এই যি কথা কয় তোমো
৪ লাকে তাক্ নে জানা নে । কিন্তু ঈশ্বৰৰ্ উত্তৰে তেঁওক্ প্ৰতি কি বোলে বআলৰ্ আগৎ যি আঁঠু পৰা নায় এনেকুৱা সাৎ হেজাৰ মানুহক্ মই
৫ আপোনালৈ ৰাখিছো । তেনেকৈও এই বৰ্ত্তমান কালৎ অনুগ্ৰহপূৰ্ব্বক মনস্থানুসাৰে অৱশেষ কিছু
৬ আছে । যেদি সেই অনুগ্ৰহতে হয় তেবে কৰ্ম্মৎ ন হয় নাইবা অনুগ্ৰহ অনুগ্ৰহেই ন হয় কিন্তু কৰ্ম্মৎ

যেদি হয় তেবে অনুগ্ৰহেৎ ন হয় নাইবা কৰ্ম্ম
৭ কৰ্ম্ম ন হয়। তেবে কি য়িশ্ৰয়েলে যিহক্ বিচা
ৰিলে তাক্ ন পালে কিন্তু মনোনীৎ হঁতে ; তাক্ পালে
৮ আৰু আন্‌বিলাক্ অন্ধলা হল। যেনেকৈ এই লেখা
টোপনীয়োৱা প্ৰকৃতি আৰু আজিলৈকে নে দেখাৰ
নিমিত্তক চক্ষু আৰু শুনাৰ্ নিমিত্তক্ কান্ সিহঁতক্
৯ ঈশ্বৰে দিছে। দাঊদেও ইলিলে সিহঁতৰ্ মেজ
সিহঁতৰ্ এক ফাঁদ হন্দাও আৰু ঘুঁটি খোৱাৰ্ মূল্য
১০ ৰূপে হৰা ঙৰীৰ্ পলা হোক্ সিহঁতে নে দেখে
এই কাৰণে সিহঁতৰ্ চক্ষু অন্ধকাৰেৰে আবৃত হোক্
১১ সিহঁতৰ পীঠ সদা সৰ্ব্বদা চাপৰ্ হৰা। তেবে
ময় কওঁ সিহঁতে পড়িবলৈ ঘুঁটি খাইছে নে সেয়ে নো
হোক্ কিন্তু সিহঁতক্ তাণিৎ কৰিবলৈ সিহঁতৰ্ পড়াত্
১২ পৰিত্ৰাণ্ অন্য দেশীহঁতৰ্ ওচৰলৈ আহিছে। এই
হেতুক্ যেদি সিহঁৎ পড়া জগতৰ্ ধন্ হয় সিহঁতৰ্
ন্যূন তাও যেদি অন্য দেশীহঁতৰ্ ধন্ হয় তেবে সিহঁ
১৩ তৰ্ পূৰতা হৰ নে কিয়নো যেদি কোনো ৰূপে আ
পোন্ আন্মাৰ মাংসহক্ তাণিৎ কৰিব পাৰো আৰু
সিহঁতৰ্ মাজৰ্ কেৎবিলাক্ মানুহক্ তৰাব পাৰো
এই হেতু অন্য দেশীহঁতৰ্ পাঁচনী ময় আপোনাৰ্
বাবৰ্ শ্লাঘা কৰিছো অন্য দেশী যি তোমোলাক্ তো
১৪ মোলাকৎ কওঁ। কিয়নো যেদি সিহঁতক্ এড়ি দিয়া
১৫ জগতৰ্ মিল্ হয় তেবে সিহঁতৰ্ গ্ৰহণ মৃত্যুৰ্ পৰা

১৬ প্ৰাণ পোৱা বিলে কি হব কিয়নো যেদি আদিতে
ফল্ পবিত্ৰ হয় তেৱে দলিও পবিত্ৰ হয় আৰু
১৭ গুৰি যেদি পবিত্ৰ হয় তেৱে ঠালো পবিত্ৰ হয়।
আৰু সেই গছৰ ঠাল্ কেৎবিলাক্ ভাঙ্গিলে হাবিৰ্
তিত বৃক্ষ তুমি সিহঁতৰ্ ঠাইৎ যেদি লাগি থাকা
আৰু সিহঁতে সৈতে তিত বৃক্ষৰ গুৰি ৰস-ভাগী
হই থাকা তেৱে ঠালৰ্ ওপৰৎ গঁৰ্ব ন কৰিবা।
১৮ কিন্তু যেদি গঁৰ্ব কৰা তেৱে তুমি গুৰিৰ্ পোষক নো
হোৱা কিন্তু গুৰি এই তোমাক্ পোষক জেয়াক্ জানা।
১৯ তেৱে তুমি কুলিবা মোক্ লগাবৰ নিমিত্তে ঠাল্
২০ ভঙ্গা গৈছিল্। বাৰু সিহঁৎ অনাস্তিকৰ্ কাৰণ
ভঙ্গা গল্ তুমি আস্তিকাতে স্থিৰ হইছা অভিমানী
২১ ন হবা কিন্তু ডৰোৱা। কিয়নো ঈশ্বৰে যেদি
২২ স্বৰূপ ঠাললৈকে মৰম্ ন কৰিলে। এই হেতুক
সাতম হোৱা জানো তোমাকো মৰম্ ন কৰে এই
২৩ হেতুক ঈশ্বৰৰ্ ভদ্ৰতাকে দুৰ্দণ্ডতাকে দেখা। যিবি
লাক্ পতিৎ সিহঁতক্ প্ৰতি দুৰ্দণ্ডতা কিন্তু যেদি তুমি
তেঁওৰ্ ভদ্ৰতাৎ থাকা তেৱে তোমাক্ প্ৰতি ভদ্ৰতা
নাইবা তুমিও ছিঁগিবা। আৰু সিহঁত যেদি অনাস্তি
কৎ নে থাকে সিহঁতো আকও লাগিব কিয়নো সিহঁ
২৪ তক্ ঈশ্বৰে আকঁও লগাব পাৰে। তুমি হাবিৰ্ তিত
বৃক্ষৰ্ পৰা যেদি ছিঙ্গা হই প্ৰকৃতি বিৰুদ্ধ ভাল্ তিতৰ্
ক্ষেৎ জোড়া লাগা তেৱে স্বৰূপ ঠালহঁৎ আপো

নাহঁতৰ্ নিজ বৃক্ষৎ জোড়া লাগিব নে কিয়নো
২৫ ভায়হত্ আপোনাৰ্ গোৰৎ তোমোলাকে আপো
নাকে জ্ঞানী নে জান এই নিমিত্তে তোমোলাক্ এই
নিগূঢ় কথাৎ অগিয়ান হ্ববলৈ ময় ঊচ্ছা ন কৰো।
২৬ অন্যদেশী হঁতৰ্ পূৰতা ওপগৎ হোৱা লৈকে
২৭ এক ভাগৰ্ অন্ধতা য়িশ্ৰএলৎ মিলিছে। আৰু
যেনেকৈ এয়ে লেখা আছে সীওনৰ্ পৰা উদ্ধাৰ কৰো
তা আহিব আৰু যথাকুবৰ্ পৰা অপৰযাৰ্থতা
ওলটাব কিয়নো যিকালৎ ময় সিহঁতৰ্ পাতক্ খণ্ডাও
সেই কালৎ সিহঁতে সৈতে মোৰ্ এই নিৰ্বন্ধ তে
২৮ নেকৈ তাতে এটায় য়িশৰ লীহঁতৰ্ নিস্তাৰ্ হ্বব
শুভ বাৰ্ত্তাৰ্ কথা তুলিলে সিহঁৎ তোমোলাৰৰ্ কাৰ
ণে শত্ৰু কিন্তু মনোনীতহঁতৰ্ কথা কলে সিহঁৎ পিতৃ
২৯ লোক্ বিলাকৰ্ কাৰণে প্ৰীত আছে। কিয়নো
৩০ ঈশ্বৰৰ্ দানকে নিযোগকে অযন্ পলটোৱা। কি
য়নো যেনেকৈ তোমোলাকে আগে ঈশ্বৰক্ ন পতী
য়ালা কিন্তু এতিয়া সিহঁতৰ্ অনাস্তিকৰ্ দোৱাৰায়
কৃপা পাইলা তেনেকৈও সিহঁতে তোমোলাকৰ
৩১ গোৱা কৃপাৰ্ দোৱাৰায় কৃপা পায় এই গুণে এতিয়া
৩২ পতীয়োৱা নায়। কিয়নো ঈশ্বৰে এটাইৰে ওপৰৎ
কৃপা কৰে এই কাৰণ্ সেই এটাকে অনাস্তিকৎ
৩৩ নিৰোধি কৰিছে। আহা ঈশ্বৰৰ্ জ্ঞানো বুদ্ধি
ৰূপ্ ধনৰ্ গাম্ভুৰ্য্য তেঁওৰ্ গোৰি কেনে নেজানিব
৩৪ লগা তেঁওৰ্ গতি কেনে্ পাব ন লগা। কিয়নো

ঈশ্বৰৰ মানসজ্ঞ কোন্ হইছে তেঁওৰ মন্ত্ৰী কোন্
৩৫ হইছে যিহতে আপোনাৰ হাতৎ আকও দিয়া হব
৩৬ এনে যি তাকে আদিতে দিছে সিও কোন্ কিয়নো তেঁওৰপৰা তেঁওৰ জহৎ তেঁওক প্ৰতি এটায় বহানি। তেঁওৰ প্ৰসংশা সদা সৰ্ব্বক্ষণে হোক্। আমিন্।

পৰ্ব্ব এয়েৰেই হে ভায়হঁৎ ময় ঈশ্বৰৰ কৃপাৎ বিনয়
১২ পূৰ্ব্বক্ বোলো তোমোলাকে এক্ জীয়া পবিত্ৰ গ্ৰাহ্য বলি ৰূপে আপোনাইঁতৰ দেহ ঈশ্বৰৰ আগৎ ওৎ
২ সৰ্গ কৰা এয়ে তোমোলাকৰ ওচিৎ সেৱা। আৰু এই জগতৰ সমশীল নহ হবা কিন্তু ঈশ্বৰৰ সেই সজ গ্ৰাহ্য শুদ্ধ ঔচ্ছা কি ঔয়াৰে প্ৰমাণ দিবলৈ
৩ আনালাইঁতৰ মন্নবীন হোৱাৰ দোৱাৰায় অন্যথা কৰা হোৱা কিয়নো কোনোএ ওচিৎ পৰিমাণৎকৈ আপোনাকে ডাঙৰ নে মানে কিন্তু যেনেকৈ ঈশ্বৰে সদৌকে সজ্ঞাতৰ পৰিমাণ দিছে তদনুসাৰে বুঁদ্ধি
৪ পূৰ্ব্বক্ আপোনাৰে যি মানে মোক্ প্ৰতি ঈশ্বৰে যি অনুগ্ৰহ দিছে তদ্বাৰায় ময় তোমোলাকৰ সদৌ মানুহৎ এই কথা কঁও। কিয়নো যেনেকৈ এক্ শৰীৰতে আমাৰ বহু অঙ্গ আছে আঙ্গ প্ৰতি
৫ এক্ কৰ্ম্ম ন হয় তেনেকৈ আমি ভালেমান্ হই খ্ৰীষ্টৎ এক্ শৰীৰ্ আৰু অন্যোন্যনো অঙ্গো হোঁ।
৬ এই হেতুক্ আমাক্ প্ৰতি দিয়া যি অনুগ্ৰহ তদনু সাৰে আমি বেলেগ্ বেলেগ্ বৰিয়া হই সেই আমাৰ বাব যেদি আচাৰ্য্যত্ব হয় তেবে আমি

৭ সঙ্গতর পরিমাণর অনুসারে তাকে করোঁ বা সেৱা
৮ কৰা বাব যেদি হয় তেবে সেৱা করো। যি অধ্যা
পক্ সি অধ্যাপন করোক্ উপদেশকে উপদেশ দিয়োক্
যি দান করে সি একাগ্রচিত্তে তাকে করোক্ যি আধি
পত্য করে সি যতনে তাকে করোক্ যি কৃপা করে
৯ সি হর্ষ মনে তাকে করোক্ চেনেহ ভণ্ডনাক্ রহিত
হোক্ কুকর্ম্মক ঘিনওতা সুকর্ম্মপালক হোৱা
১০ প্রিয় ভাইর নিচিনাকৈ অন্যোঅন্যে চেনেহেরে পূর্ণ
হোৱা অন্যোঅন্যে সাদর করিবলৈ ৰতি করোক্
১১ যনৎ এলাহ রহিৎ আরু ঈশ্বরর সেৱা করি জাজ্ব
১২ ল্যমান চিত্ত হোৱা ভরসাৎ আনন্দিৎ দুঃখৎ ধৈ
১৩ র্য্যহিন্ হোৱা প্রার্থনাৎ সদায় প্রবৃত্ত হোৱা পুণ্যবন্ত
সকলর দরিদ্রতা ঘুচিবলৈ ব্যয়শীল আরু আলহি
১৪ পুহিবলৈ যুক্ত হোৱা। যিবিলাকে তোমালোকক্
তাড়না করে সেইবিলাকক্ প্রতি আশীর্ব্বাদ দিয়া।
১৫ আশীর্ব্বাদ করা শাপ্ নি দিবা। যিবিলাকে হর্ষ
করে সেইবিলাকে সৈতে হর্ষ করিবলৈকে যিবিলা
কে কান্দে সেইবিলাকে সৈতে কান্দিবলৈকে অন্যো
১৬ অন্যে কথাৎ একে মন হোৱা। ওখ কথা মনৎ
ন করিবা কিন্তু হীন কুলিয়া মানুহক্ প্রতি মন করিবা
১৭ আপনাইতকে বুদ্ধিমন্ত বুলি নে মানিবা অপকারর
সলনি কাকো অপকার ন করিবা এটায় মানুহে
১৮ দেখাৎ যি কৃতি শোভন হয় সেই কৃতিৎ যত্ন দিয়া
যেদি হব পারে তেবে আপোনাইতর শক্ত্যনুসারে

১৯ এটায় মান্নহে মৈতে নির্ব্বিৰোধি ক্ষতি কৰিবা। হে
অতিপ্রিয় সকল্ আপোনাইঁতৰ্ কথায় পুঁত বৈৰ
ন কৰিবা কিন্তু খণ্ড দেখি নয়েই হোৱা কিয়নো এলে
লেখা আছে প্রিয়দায় কয় প্রতিফল্ দিয়া কাম্ মোৰ্
২০ ময় ওচিৎ ফল্ দিম্। এয়েৰেই তোমাক্ শত্রুৰ্
যেদি ভোক্ লাগে তেবে তাক্ খুওৱা যেদি পিয়াহ্
লাগে তেবে তাক্ পীয়োৱা কিয়না ঔয়াকে কৰাৎ
তুমি তাৰ্ মূৰৰ্ ওপৰৎ আঙ্গৰা দল্ কৰিবা কুকর্ম্মৎ
নে হাৰিবা কিন্তু মুকর্ম্মৰ্ দোৱাৰায় কুকর্ম্মক্ জিনা।
পর্ব্ব সদো ওম পালন্ বাবৰ্ বশবর্ত্তি হোক্ কিয়নো ঈশ্ব
১৩ ৰৰ্ নিৰুপণক্ ব্যতিৰেকে কোনো পালন বাৰ্ নায়
২ যিং পালন্ বাব্ আছে সি ঈশ্বৰৰ্ নিৰুপিৎ। এয়
ৰেই যি পালন্ বাবৰ্ বিৰোধি কৰে সি ঈশ্বৰৰ্ নিয়
মৰ্ বিৰোধি কৰে যিবিলাকে বিৰোধি কৰে মেইবি
৩ লাকে আপোনাইঁতৰ্ দোষৰ্ দণ্ড পাব। কিয়নো
অধিকাৰ সকলে মুকর্ম্ম কৰোতা মান্নহৰ্ প্রতি ভয়
দিয়োতা ন হয় কিন্তু কুকর্ম্ম কৰোতাইঁতক প্রতি।
৪ তেবে তুমি মেই পালন্ বাবৎ ভয়ক্ ন কৰা নে
মুকর্ম্ম কৰা তাতে তোমাৰ্ যশস্যা হব। কিয়নো
তোমাৰ্ শুভৰ্ নিমিত্তে তেঁও তোমাক্ প্রতি ঈশ্বৰৰ্
৫ আজ্ঞাকাৰী কিন্তু তুমি যেদি কুকর্ম্ম কৰা তেবে ভয়ক
কৰা কিয়নো তেঁও তৰোৱাল নিৰর্থক্ ন ধৰে তেঁ বুই
ঈশ্বৰৰ আজ্ঞাকাৰী কুকর্ম্মিইতক প্রতি খণ্ড কৰ্
প্রতি ফল্ দিয়োতা এয়েৰেই খণ্ডৰ গুণে কেৱল্ সি ন

হয় কিন্তু বিবেকৰ গুণে তোমোলাক বশবর্ত্তী হব
৬ লগা আছে। কিয়নো সিহঁৎ এই কর্ম্মৎ নিতৌ
পুরত হই ঈশ্বৰৰ আজ্ঞাকাৰী হয় এই গুণে পঁচা
৭ দিবা এয়েৰেই এটাই মানুহকে যাৰ যি পাব লগা
তাক দিবা পঁচালোৱাহঁতক পঁচা দিবা ঘাঁটোৱালহঁ
তক দান দিবা ভৰুহঁতক প্রতি ভৰৰূপ মর্য্যাদা
৮ দিবা আদৰণীয় সকলক আদৰ কৰা। অন্যো
অন্যো চেনেহ কৰাৰূপ ৰীৰক ব্যতিৰেকে কাৰো
আন বিধৰ ৰিৰুৱা নহবা কিয়নো যি আনক চেনেহ
৯ কৰে সি শাস্ত্রার্থ পূৰ কৰিলে। কিয়নো পৰস্ত্রী
ন হৰিবা বধ ন কৰিবা চুৰ ন কৰিবা মিচা সাকী ন
হবা লোভ ন কৰিবা এনে আৰু আনো কোনো
আজ্ঞাও যেদি থাকে তেবে আন মানুহক আপোনাৰ
সদৃশ চেনেহ কৰা এই বাক্যৰ মধ্যবর্ত্তি সিও হয়।
১০ চেনেহে ওচৰৰ মানুহৰ একো বয়া ন জন্মায় এয়ে
১১ ৰেই চেনেহ যি সি শাস্ত্রৰ কর্ম্ম পূৰ কৰা। আৰু
এতিয়া টোপনি ভাঙ্গি জাগিবৰ কাল হইচে জয়াকেই
জানি তাকেই কৰা কিয়নো আমাৰ আদি সঙ্গাৎ
কৰা কালৎকৈ এতিয়া আমাৰ পৰিত্রাণ ওচৰ চাপিচে
১২ ভালেমান ৰাতি গৈচে দিন ওচৰ চাপিচে এয়েৰেই
আঁহা আমি অন্ধকাৰৰ কর্ম্ম এৰি পহৰৰ সাজ
১৩ পিন্ধো। আহা আমি অৰাঙ্গৰা মত্ততা অসৎ
কর্ম্ম লুম্পটতা বিৰোধি খিয়াল এনে নাচৰি দিনৰ
১৪ ভিতৰে যেনে উচিৎ তেনে স্বৰূপ আচৰা। কিন্তু

প্ৰভু যিশু খ্ৰীষ্টক কাপৰ বুলি পিন্ধা আৰু শৰীৰৰ্
কামনা পূৰ্ণ কৰিবলৈ একো নো গোটাবা।—

পৰ্ব্ব যি সন্ত্ৰাতৰ্ কথাৎ নিৰ্ব্বলী তাকে লোৱা কিন্তু অনি
১৪ শ্চয় দূৰণাদূষণিৰ কাৰণ ন হয় কিয়নো আপুনি
এটায় বহানি যি খাব পাৰে কোনে জৈয়াক্ পত্তীয়ায়
৩ নিৰ্ব্বলী আৰু কোনো ব্যক্তিএ শাক্ খায়। খাবাহ্ন
যি ব্যক্তি সি অখাবাহ্নক্ ঔতিকিং ন কৰোক আৰু
অখাবাহ্ন যি সি খাবাহ্নৰ্ দুষ্কৃতি ন কওক্ কিয়নো
৪ ঈশ্বৰে তাক্ গ্ৰহণ কৰিছে হে আন্ মানুহৰ্
বন্দিৰ্ শোধাক তুমি কোন্ আপোন্ অধিকাৰৰ্
আগৎ থিয় হয় বা পৰে তাক্ থিৰ্ কৰা যাব কিয়
৫ নো ঈশ্বৰে তাক্ থিৰি ৰাখিব পাৰে। কোনোএ
বিশেষ্ দিন্ মানে আৰু কোনোএ এটায় দিনকে
সমান্ বুলি মানে গায় প্ৰতি আপোন্ মনৎ স্থনি
শ্চয় হোক্ যি বিশেষ্ দিন মানে সি ঈশ্বৰৰ্ গুণে
৬ তাকে মানে যি বিশেষ্ দিন্ নে মানে সিও ঈশ্বৰৰ্
গুণে তাক্ নে মানে যি সামান্য জানি খায় সি
ঈশ্বৰৰ্ গুণে খায় কিয়নো ঈশ্বৰক্ প্ৰতি বিনা বোলে
আৰু যি বিশেষ্ জানি নে খায় সিও ঈশ্বৰৰ গুণে
৭ নে খায় আৰু ঈশ্বৰক্ প্ৰতি বিনা বোলে। কিয়নো
আমাৰ্ মাজৎ কোন্ আপোনাৰ্ গুণে নি জীয়ে
৮ আৰু কোনো আপোনাৰ্ গুণে ন মৰে আমি জীলে
ঈশ্বৰৰ্ গুনে জীয়ো আৰু মৰিলেও ঈশ্বৰৰ্ গুনে
৯ মৰো। এই হেতুক আমি জীলে কি মৰিলে

ঈশ্বৰৰ্ হোঁ। কিয়নো জীয়া আৰু মৰা এই দুয়োৰো
প্ৰভু হবলৈ খ্ৰীষ্ট মৰিল্ আৰু উঠিল্ আৰু সজীব
১০ হল্। কিন্তু তুমি আপোন্ ভায়াক্ ক্ৰুহিয়া কৰি কিয়
কোৰা আৰু তুমি আপোন্ ভায়াক্ কিয় উতিকিং-
কৰা কিয়নো খ্ৰীষ্টৰ্ শোধিৰ্ আসনৰ্ পোনে আমি
এটায় থিয় হব লাগিব যি হেতুক্ এনে লেখা আছে
১১ যিহুহায় কয় যেদি ময় জীয়া হোঁ তেবে মোৰ্
আগৎ সদৌ আঠু বেঁকা কৰা যাব আৰু ঈশ্বৰৰ্
১২ প্ৰতি সদৌ জিবায় শৈ কৰিব। এই হেতুক্ আমাৰ্
মাজৎ সদৌকে আপোন্ কথা ঈশ্বৰৰ্ আগৎ
১৩ বিশেষ্ কৰি কব লাগিব এই হেতুক্ আমি এটায়
এটাক্ ক্ৰুহিয়া তুঁলি আৰু নে মানো কিন্তু যুঁটি খো-
ৱাৰ্ মূচা বা পড়াৰ্ হেতু আপোন্ ভায়েকৰ্
বাটৎ যেন্ কোনোএ নি দিয়ে বৰং এই শোধ কৰো
১৪ কোনো বেহানি আপোন্ স্বভাৱৎ অশুচি ন হয়
প্ৰভু য়িশু খ্ৰীষ্টৰ্ দোৱাৰায় নিশ্চয় বুজি হোঁ
ঔয়াৰ্ ময় জানো কিন্তু যি কোনো বেহানি অশুচি
বুলি মানে তাৰ্ প্ৰতি সেই বেহানি অশুচি আছে।
১৫ কিন্তু তোমাৰ্ ভায়া যেদি তোমাৰ্ খাজ্যৎ ক্ষোভ
হয় তেবে ঔয়াতে তুমি প্ৰীতি নাচৰিলা যাৰ হেতুক্
খ্ৰীষ্ট মৰিল্ তুমি তেঁওক্ আপোন্ খাজ্যৎ নাশ্ ন
১৬ কৰিবা। এই হেতুক্ তোমাৰ্ সুকৰ্ম্মৰ্ অযশস্যা
১৭ যিহৎ হয় তাক্ ন কৰিবা কিয়নো ঈশ্বৰৰ্ ৰাজ্য

শৈলত আপোনইঁতক লুকালে আৰু সিইঁতে পর্ব্বত
ইঁতকে আৰু শৈলইঁতকে কুলিলে আমাৰ ওপৰত
পৰা আৰু সিংহাসনোপবিষ্ট যি পুৰুষ তাৰ মুখৰ
১৭ পৰা আৰু মেষৰ পোৱালিৰ কোপৰপৰা আমাক
লুকোৱাইঁক কিয়নো তেঁওৰ যঙৰ মহাদিন উপাত
আছে আৰু স্থিৰ হব পাৰিব কোন।—

পর্ব্ব ইয়াৰ পাচত পৃথিবী বা সাগৰ বা কোনো বৃক্ষৰ
৭ ওপৰত বতাহ নবলায় এই নিকোনে পৃথিবীৰ চাৰি
চুকত থকা চাৰি বায়ু ধৰোঁতা চাৰি দূতক মই দে
২ খিলোঁ আৰু জীৱন্ত ঈশ্বৰৰ মোহৰ ধৰোঁতা বেলি
ওলোৱা ফালৰপৰা উৰ্দ্ধগামী আন এক দূতক মই
দেখিলোঁ আৰু যি চাৰি দূতক পৃথিবী আৰু সাগৰক
হিংসা কৰিবলৈ দিয়া হইছিল সিইঁতক তেঁও বৰকৈ
৩ ৰিঙ্গি মাৰি কুলিলে যেতিয়ালৈকে আমি আপোন
ঈশ্বৰৰ সেৱকইঁতক সিইঁতৰ কপালত মোহৰ ন
কৰিচোঁ তেতিয়ালৈকে পৃথিবী বা সাগৰ বা বৃক্ষবি
লাকক হিংসা নকৰিবা যিবিলাক মোহৰত ছাপ
দিয়া হল সিইঁতৰ এক্ন মই শুনিলোঁ য়িশৰএলৰ
এটাই ফইদবিলাকৰ এশ চৌৱাল্লিশ হেজাৰটা ছাপ
দিয়া হল। য়িহুদাহ ফইদৰ বাৰে হেজাৰ ছাপ দিয়া
৪ হল ৰিউবণৰ ফইদৰ বাৰে হেজাৰ ছাপ দিয়া হল
৫ গাদৰ ফইদৰ বাৰে হেজাৰ ছাপ দিয়া হল আশো
ৰৰ ফইদৰ বাৰে হেজাৰ ছাপ দিয়া হল নপ্তালিৰ
৬ ফইদৰ বাৰে হেজাৰ ছাপ দিয়া হল মনশেহৰ

ফইদর্ বারে হেজার্ ছাপ দিয়া হল্ শিমিওনর্ ফই
দর্ বারে হেজার্ ছাপ দিয়া হল্ লবির্ ফইদর বা র
৭ হেজার ছাপ দিয়া হল্ য়িস্সাকর্ ফইদর বারে হেজা
৮ র ছাপ দিয়া হল্ জবুলুন্র্ ফইদর বারে হেজার
ছাপ দিয়া হল্ যুসফর্ ফইদর বারে হেজার ছাপ
দিয়া হল্ বেন্যামিনর্ ফইদর্ বারে হেজার ছাপ
৯ দিয়া হল্। ইয়ার পাচে ময় চালোঁ আরু দেখা
যিহক্ কোনেও গণনা করিব নোয়ারে সর্ব্বদেশীয় আরু
সবংশীয় আরু সর্ব্বলোকীয় আরু সর্ব্বভাষীয় এনে এক
অতিশয় জুম্ বগা বস্ত্রেরে পরিহিত আরু তালবৃন্ত
কর্ হুই সিংহাসন আরু মেচ্র পোৱালির্ আগৎ
১০ থিয় হল্। আরু এটাহ্ পারি এই কলে বোলে সিংহা
সনোপবিষ্ট আমার ঈশ্বর আরু মেচ্র পোৱালিক্
১১ প্রতি তরণির্ শ্লাঘা হোক্। তাতে এটাই দূতার
লাকে সিংহাসনর্ আরু সেই বুঢ়া লোকবিলাকর্
আরু চারি জন্তু চারিওফালে থিয় হুই সিংহাসনর্
১২ আগৎ উবুরি হুই পরিল আরু ঈশ্বরর্ পূজা করি
কলে আমিন শ্লাঘা আরু মহাত্ম্য আরু জ্ঞান আরু
কৃতজ্ঞতা স্বীকার আরু সৎকারর্ আরু পরাক্রমর্
আরু বলর্ শ্লাঘা সদাসর্ব্বদা আমার ঈশ্বরক্ প্রতি
১৩ হোক্ আমিন। তেতিয়া সেই বুঢ়া লোকইঁতর্ মা
তৎ এজন উত্তর্ করি বুলিলে বগা বস্ত্রেরে বস্ত্রান্বিৎ
ইহঁৎ কোন আরু কর্পরা আহিল্ তাক্ ময় কলোঁ

১৪ হে দেও তুমি জানা। আৰুও তেঁও মোক কলে
মহাদুঃখৰপৰা আহোতা আৰু মেষৰ পোৱালিৰ
তেজেৰ আপোনাহঁতৰ কাপৰ ধুই বগা বৰ্ণ কৰি
১৫ ছে। যিবিলাকে এই সিবিলাক। এই নিকোনে সি
বিলাকে ঈশ্বৰৰ সিংহাসনৰ আগত থাকে আৰু
সিবিলাকে তেঁওৰ মন্দিৰত ৰাত্ৰিন্দিৱা তেঁওক সেৱা
কৰে আৰু যি সিংহাসনৰ ওপৰত বহে তেঁও সিবি
১৬ লাকৰ মাজত বসতি কৰিব। সিহঁতৰ আৰুও ভোক
বা পিয়াহ নলগিব আৰু ৰদ বা কোনো তাপ সিহঁতৰ
১৭ ওপৰত নেলাগিব। কিয়নো সিংহাসনৰ মাজত
থকা মেষৰ পোৱালিএ সিহঁতক চৰাব আৰু পানীৰ
অমৰ উতৰ কাষৰত সিহঁতক নিবে আৰু সিহঁতৰ
চকুৰপৰা ঈশ্বৰে এটাই লোতক মচি পেলাব।—

পৰ্ব্ব ৮

তেঁও সপ্তম ছাপ মেলিলত পাচে আদ্দওমান
স্বৰ্গৰ মাজত নিঃশব্দতা আছিল আৰু ঈশ্বৰৰ আ
গত যি সাত দূত থিয় হয় সিবিলাকক মই দেখিলোঁ
২ আৰু সিবিলাকক সাত তুৰী দিয়া হল আৰু সোণৰ
ধূপৰ বটিহাতত আন এক দূত আহি যজ্ঞবেদিৰ
কাষৰত থিয় হল আৰু সিংহাসনৰ আগত থকা
৩ সোণৰ যজ্ঞবেদিৰ ওপৰত এটাই পুণ্যৱন্ত লোকবিলা
কৰ প্ৰাৰ্থনায় সৈতে উৎসৰ্গিবলৈ ভালেটি ধূপ তেঁ
৪ ওক দিয়া হল। আৰু সেই দূতৰ হাতৰপৰা
পুণ্যৱন্ত লোকবিলাকৰ প্ৰাৰ্থনায় সৈতে সেই ধূপৰ
৫ ধূম ঈশ্বৰৰ আগত উদগত হল। পাচে সেই

দূতে ধূপৰ বহ্নি লৈ যজ্ঞবেদিৰ অগ্নিৰে পূৰ বৰি
পৃথিবীৎ পেলায় দিলে তাতে শবদ আৰু মেঘৰ গা
৬ জনি আৰু বিদ্যুৎ আৰু ভূমিকম্প হল্। পাচে তুৰী
ধাৰী সেই সাৎ দূতবিলাকে বাজাবলৈ আপোনাকে
৭ সাজন কৰিলে। প্ৰথম দূতে বাজালে তাতে শিল্
আৰু তেজেৰে মিশ্ৰিৎ জুই হল্ আৰু পৃথিবীৎ
পেলাৱা হল্ তাতে পৃথিবীৰ তৃতীয়াংশ আৰু বৃক্ষৰ
তৃতীয়াংশ আৰু এটাই ঘাঁহ দগ্ধ হল্।—
৮ দ্বিতীয় দূতে বজালে তাতে প্ৰজ্বলিত মহাপৰ্ব্বতৰ
নিচিনা বেহানি সাগৰৎ পেলাৱা হল্ আৰু সাগৰ
৯ তৃতীয়াংশ তেজ হল্ আৰু সাগৰচৰ্ যিমান প্ৰাণি
ইহঁতৰ্ তৃতীয়াংশ মৰিল আৰু জাহাজবিলাকৰ
তৃতীয়াংশ নষ্ট হল্।—
১০ তৃতীয় দূতে বজালে তাতে প্ৰদীপৰ্ নিচিনা প্ৰজ্বলি
ত এক মহা তৰা স্বৰ্গৰপৰা খহি পড়িল আৰু নদী
আৰু পানিৰ্ জৰণিৰ্ তৃতীয়াংশৰ্ ওপৰৎ পড়িল।
১১ সেই তৰাৰ নাম নাগদানা এয়েৰেই পানিৰ তৃতী
য়াংশ নাগদানা হল্ আৰু সেই পানি তিতা হোৱাৎ
ভালেমান মানুহ তাক্ খায় মৰিল।—
১২ চতুৰ্থ দূতে বজালে তাতে বেলিৰ আৰু জোনৰ
আৰু তৰাৰ তৃতীয়াংশ মৰা গল্ তাতে সিহঁতৰ্
তৃতীয়াংশ অন্ধকাৰীভূত হল্ আৰু দিনৰ্ তৃতীয়াং
১৩ শ দীপ্তি নহল্ আৰু ৰাতিও তেনেকুৱা। পাচে ময়
দৃষ্টি কৰিলোঁ স্বৰ্গৰ মাজে দি উড়ুয়মান মহাদূত

এটাই পাৰি এই কথা কৰৱ শুনিলোঁ বাদয়িষ্যৎ আৰু তিনি দূতবিলাকৰ তুৰীৰ্ শবদেৰে পৃথিবীনিবাসিহঁত ৰ্ সন্তাপ সন্তাপ সন্তাপ হব।—

পৰ্ব্ব ৯ পঞ্চম দূতে বজালে তাতে স্বৰ্গৰপৰা পৃথিবীৰ ওপৰৎ এক তৰা খহি পড়িবৰ্ মম দেখিলোঁ আৰু ২ তাক্ অতলস্পৰ্শ খাৰৈৰ চাপ দিয়া হল্। তেঁও অতলস্পৰ্শ খাৰৈ মেলিলে তাতে জুইৰ্ বৰ্ কুণ্ডৰপৰা যেনে ওহে এনে ধূমৰ নিচিনা ধূম সেই খাৰৈৰপৰা ওহিল সেই খাৰৈৰ ধূমেৰে বেলি আৰু আকাহ ৩ অন্ধকাৰময় হল্। সেই ধূমৰপৰা কচুৱা ফড়িঙ্গ পৃথিবীৰ ওপৰৎ ওলাল আৰু পৃথিবীৰ্ কাঁকড়াবিছা বিলাকৰ্ পৰাক্ৰমৰ নিচিনা পৰাক্ৰম সিহঁতক্ দিয়া ৪ হল্। আৰু যি লোকবিলাকৰ্ কপালৎ ঈশ্বৰৰ্ মোহৰ নায় সেই লোক বেলেগ পৃথিবীৰ ঘাঁহো বা কোনো সবুজবেহানি বা কোনো বৃক্ষ হিংসা নকৰিলে ৫ আজ্ঞা সিহঁতক্ দিয়া হল্। আৰু সেই লোকবিলা কক্ বধী নকৰিবলৈ সিহঁতক্ আজ্ঞা দিয়া হল্ কিন্তু কেৱল যেন্ সিহঁতে পাঁচ মাহলৈকে যাতনা পাও এই আজ্ঞা দিয়া হল্ কাঁকড়াবিছায় মানুহক কামুড়িলে যেনে যাতনা হয় তেনে যাতনা দিয়োঁতা সিহঁত। ৬ সেই কালৎ লোকবিলাকে মৃত্যু বিচাৰিব কিন্তু তাক নেপাব সিহঁতে মৰিবলৈকো বৰ ইচ্ছা কৰিব কিন্তু ৭ মৃত্যু সিহঁতৰ ওচৰৰপৰা পলাব। ৰণ কৰিবলৈ সাজুম ঘোড়াবিলাকৰ যেনে ৰূপ তেনে ৰূপ সেই কচু

স্ত্ৰী ফড়িঙ্গবিলাকৰ্ হয় আৰু সিহঁতৰ্ মূৰৰ্ ওপৰৎ
সোনৰ নিচিনা কিৰিটি আৰু সিহঁতৰ্ মুখ মানুহবি
৮ লাকৰ্ মুখৰ নিচিনা হয় । আৰু সিহঁতৰ্ চুলি
তিৰোতাহঁতৰ চুলিৰ নিচিনা আৰু সিহঁতৰ্ দন্ত সিং-
৯ হৰ দন্তৰ্ নিচিনা আৰু সিহঁতৰ্ লোৰ গাতিৰ্ নিচিনা
গাতি হয় আৰু ৰণ কৰিবলৈ ধাৱমান ৰথ আৰু
ভালেমান ঘোড়াবিলাকৰ্ শবদৰ নিচিনা সিহঁতৰ্
১০ ডেঁকৰ শবদ । আৰু কাঁকড়াকিচাবিলাকৰ্ লেজৰ
নিচনা লেজ সিহঁতৰ্ হয় আৰু সিহঁতৰ্ লেজ হুল
যুক্ত হয় আৰু মনুষ্যবিলাকক্ পাঁচ মাহলৈকে হিংসা
১১ কৰিবলৈ সিবিলাকৰ্ পৰাক্ৰম হয় । এব্ৰি ভাষাৰে
আবাদ্দন কিন্তু গ্ৰীক ভাষৰে আপলা নামে অতলস্পৰ্শ
১২ গাৰ্ত্তৰ দূত সিহঁতৰ্ ৰজা । এক সন্তাপগত হল
দেখা আৰু দুয় সন্তাপ ভবিষ্যৎ আছে ।—
১৩ ষষ্ঠ দূতে বজালে তাতে ঈশ্বৰৰ্ সম্মুখস্থ স্বৰ্ণ বে
১৪ দিৰ চাৰি শৃঙ্গৰপৰা ময় এক শবদ শুনিলোঁ। তুৰীধ
ৰোঁতা ষষ্ঠ দূতক সেই শবদে কলে ফ্ৰাৎ নামে ম
হানইৎ যি চাৰি দূতবিলাক বন্ধিৎ আছে সেই দূত
১৫ বিলাকক মুকুৎ কৰা । তাতে মানুহৰ তৃতীয়াংশ
মাৰিবলৈ যি চাৰি দূতবিলাক এক দণ্ড আৰু এক দিন
আৰু এক মাস আৰু এক বৎসৰৰ্ নিৰোনে যুগুৎ
১৬ কৰা গৈছিল সেই দূতবিলাক মুক্ত কৰা হল । সে
ই অশ্বাৰুঢ় সৈন্য বিংশতি কোটি সংখ্যাক আৰু ময়
১৭ সিহঁতৰ সংখ্যা শুনিলোঁ। সেই দৰ্শনৎ ঘোড়াবিলা

ৰূপ্ এনেকৈ দেখিলোঁ আৰু অগ্নি আৰু নীলা আৰু
গন্ধকবুকপাটা যুক্ত তদাৰূঢ় লোকবিলাকক্ ময় দেখিলোঁ
সেই ঘোঁড়াবিলাকৰ মূৰ সিংহৰ মূৰৰ্ নিচিনা আ
ছিল্ আৰু সিহঁতৰ্ মুখৰ্পৰা জুই আৰু ধুঁয়া আৰু
১৮ গন্ধক ওলাল। সিহঁতৰ্ মুখৰ্পৰা ওলওঁতা জুই
আৰু ধুঁয়া আৰু গন্ধক এই তিনি আঘাতৎ মানুহৰ্
১৯ তৃতীয়াংশ মৰা গল্। কিয়নো সিবিলাকৰ্ মুখ
আৰু নেজৎ সিহঁতৰ্ পৰাক্ৰম আছে আৰু সৰ্পৰ্
নিচিনা মূড়াযুক্ত সিহঁতৰ নেজ হয় আৰু তাৰেই
২০ সিহঁতে হিংসা কৰে। আৰু এইবিলাক্ আঘাৎ
যিবিলাক লোক হত নহল্ সেই আগলিকা লোকবি
লাকে আপোনাৰ হস্তকৃত বস্তুলৈ পৰায়নন নকৰিল
যেন্ দেৱোবিলাকৰ অৰ্চ্চ আৰু দেখিবলৈ আৰু
শুনিবলৈ আৰু গতি কৰিবলৈ অসমৰ্থ সোন ৰূপ
পিতল পুস্তৰ্ কাষ্ঠ নিৰ্ম্মিত ঠাকুৰবিলাকৰও অৰ্চ্চ
২১ নকৰে আৰু সিবিলাকে আপোনাহঁতৰ্ বধ আৰু
ডাইন ক্ৰিয়া আৰু ব্যভিচাৰ্ আৰু চৌৰ্য্যৰ্ বিষয়েও
পৰায়নন নকৰিলে।—

পৰ্ব্ব মেঘৎ পৰিহিত মূৰ বেঢ় টঙ্কাৰেৰে বিভূষিত সূৰ্য্য
১০ ৰ নিচিনা মুখ জুই স্তম্ভৰ নিচিনা ভৰি স্বৰ্গৰপৰা অৱ
ৰোহক্ আন এক বলৱন্ত দূতক ময় দেখিলোঁ তাৰ্
২ হাতৎ এক মেলা সৰু পুথি আৰু তেঁও সাগৰৰ্ ওপ
৩ ৰৎ সোঁ ভৰি আৰু ভূমিৰ ওপৰৎ বাঁও ভৰি দি সিং
হৰ গৰ্জ্জনৰ্ নিচিনা এটাইপাৰি কলে আৰু তেঁওৰ্

কৰুৰ পিচৎ মেঘৰ্ সাৎ গৰ্জ্জন আপোনাইঁতৰ্ শব্দ
প্ৰৌচিক্ কৰিবে সেই মেঘৰ সাৎ গৰ্জ্জন আপো
৪ নাৰ্ শবদ প্ৰৌচিক্ কৰিলে পাচে ময় লিখিবলৈ
ওদ্যম কৰিলোঁ তাতে মেঘৰ সাৎ গৰ্জ্জন যি যি
কথা প্ৰৌচিক্ কৰিছে তাক্ মোম কৰি বন্ধ কৰা
আৰু নিলিখিবা মোৰ্ কাষৰৎ এই বাক্য বোলোঁ
৫ তা এক আকাশী বাণী ময় শুনিলোঁ । পাচে সা
গৰ্ আৰু ভুমিৎ দণ্ডাকাৰ দুতক্ ময় দেখিলোঁ সেই
দুত স্বৰ্গ ফাললৈ সোঁ হাত তুলি নিত্তৌ বৰ্ত্তমান
৬ আৰু স্বৰ্গৎ তন্মাজৎ থকা পৃথিবী আৰু তন্মাজৎ থকা
সাগৰ আৰু তন্মাজৎ থকা বেহানিৰ সৃজোতাৰ
নাম কাঢ়ি শপৎ কৰিলে বোলে আৰু বেলা হুহ্মব ।
৭ কিন্তু আপোনা আচাৰ্য্য সেৱকবিলাকৰ কাষৰৎ ঈশ্ব
ৰে যেনেকৈ প্ৰৌচিক্ কৰিছে তেনেকৈ সেই সপ্তম
দুতৰ্ কালৎ অৰ্থাৎ সি যেতিয়া বাবলৈ হৈৰিব তেতি
৮ য়া ঈশ্বৰ্ গুচ় বিষয় সাঙ্গ হুব । যি আকাশী বাণী
ময় শুনিলোঁ সেই বাণী আকও মোৎ কলে সাগৰ
আৰু ভুমিৎ দণ্ডাকাৰ দুতৰ্ হাতৎ থকা যি মুক মে
৯ লা পুথি সেই পুথি লোৱা । তাতে সেই দুতৰ
ওচৰলৈ গৈ ময় তাৎ কলোঁ সেই মুক পুথি মোক্
দিয়া সি টুঁলিলে তাক্ লোৱা ভক্ষণ কৰা পাচে সি
তোমাৰ পেটকতিত কৰিব কিন্তু তোমাৰ মুখৎ মৌৰ
১০ নিচিনা সোৱাদ হুব । তেতিয়া সেই মুক পুথি
দুতৰ্ হাতৰ পৰা লৈ ময় খায় পেলালোঁ সি মোৰ্

মুখৎ মোৰ্ লিচিনা মোৰ্‌দ হল্ কিন্তু তাক্ খালতে
১১ মোৰ্ পেট তিতা হল্। পাচে তেঁও মোৎ কলে ভালে
মান মানুহ আৰু দেশীয়া আৰু ভাষীয়া ৰজাবি
লাকৰ আগৎ তুমি আচাৰ্য্যবাক্য আকৌ কব লা
গিব।—

পৰ্ব্ব পাচে দণ্ডৰ্ লিচিনা এটা নল মোক্ দিয়া হল্ আৰু
১১ সেই দূত থিয় হই তুলিলে উঠা ঈশ্বৰৰ্ মন্দিৰ
আৰু যজ্ঞভেটি আৰু তাৰ্ মাজৰ্ পুজকহঁতক্ জো
২ খা। কিন্তু মন্দিৰৰ্ বাজৰ চোতাল এড়া আৰু
নুজুখিবা কিয়নো আন্ বিদেশীবিলাকক্ তাক্ দিয়া
গৈছে আৰু সিহঁতে বিয়ালিশ মাহলৈকে পবিত্ৰ নগৰ
৩ ভৰি তলুৱাৰে গচকিব। ময় মোৰ্ দুয় সাক্ষীক
পৰাক্ৰম দিম্ আৰু সিহঁত চটেৰে বস্ত্ৰান্বিত হই
৪ এহেজাৰ দুশ ষাঠি দিন আচাৰ্য্যবাক্য কব। পৃথি
বীৰ ঈশ্বৰৰ্ আগৎ যি দুয় জিতবৃক্ষ আৰু দুয় প্ৰদী
৫ প স্থিত আচে সেই এই দুয়। যেদি কোনোএ
সিহঁতক্ হিংসা কৰিব খোজে তেবে সিহঁতৰ্ মুখৰ্
পৰা জুই ওলায় আৰু সিহঁতৰ্ শত্ৰুবিলাকক্ খায়
পেলায় যেদি কোনোএ সিহঁতক্ হিংসা কৰিব খো
৬ জে তেবে এনেকৈ তাক্ মাৰি পেলাব লাগিব। সি
বিলাকৰ্ আচাৰ্য্যবাক্য কহন কালৎ বৰ্খুন নহয়
এই নিমিত্তে সিহঁতৰ্ স্বৰ্গ ৰুদ্ধ কৰাৰ আৰু পানি
তেজ কৰাৰ আৰু যতবাৰ সিতহঁৰ্ ইচ্ছা ততবাৰ
পৃথিবীক্ এটাই আঘাত দিয়াৰো পৰাক্ৰম সিহঁতৰ্

৭ আচে। আৰু সিইঁতৰ প্ৰমাণ দিয়া সাঙ্গ হলৎ অতল
স্পৰ্শ গাঁৱৰপৰা ঊৰ্দ্ধগামী হিংস্ৰ জন্তু সিইঁতে সৈতে
ৰণ কৰিব আৰু সিইঁতক হৰুৱাব আৰু সিইঁতক
৮ বধ কৰিব। যি নগৰ উপমা কৰি সদোম আৰু মি
সৰ নামে প্ৰসিদ্ধ যত আমাৰ প্ৰভু ক্ৰুশৎ হত হল
৯ সেই বৰ নগৰৎ সিইঁতৰ মৃত শৰীৰ পড়িব আৰু
লোকবিলাকে আৰু বংশবিলাকে আৰু ভাষীবিলাকে
আৰু দেশীবিলাকে সাড়ে তিনি দিনলৈকে সিইঁতৰ
মৃত শৰীৰ দেখিব আৰু সিইঁতৰ মৃত শৰীৰ মইদা
১০ মৎ প্ৰোথিৎ হুবলৈ নিদিব আৰু পৃথিবীনিবাসী লোক
বিলাকে সিইঁতৰ ওপৰৎ আনন্দ কৰিব আৰু কৌতুকা
দি ব্যৱহাৰ কৰিব আৰু অন্যোঅন্যে সওগাৎ পঠি
য়াব কিয়নো যিবিলাকে পৃথিবীৎ বসতি কৰে সিঁইতক
১১ এই দুয় আচাৰ্য্য যাতনা দিলে। সাড়ে তিনি দিন
গলৎ পাচে ঈশ্বৰৰপৰা অহা জীৱাত্মা সিইঁতৰ মা
জৎ সোমালহি আৰু সিইঁৎ আপোন ভৰিৰে থিয়
হল তাতে যিবিলাকে সিইঁতক দেখিলে সিইঁতৰ ওপ
১২ ৰৎ বৰ ভয় পড়িল। এথেলৈ আহা সিইঁতক এই
কথা কৈ মহা আকাশবাণী সিবিলাকে শুনিলে পাচে
সিবিলাকে মেঘৎ সোমায় স্বৰ্গাৰোহণ কৰিলে সি
১৩ বিলাকৰ শত্ৰুবিলাকেও সিবিলাকক দেখিলে। সেই
দণ্ডৎ মহাভূকম্প হুইছিল তাতে নগৰৰ দশমাংশ
পড়িল সেই ভূইকম্পৎ মানুহৰ নাম সাত হেজাৰ

যৰা গল্ আৰু যি লোক অৱশেষ আছিল্ সিবিলাকে
১৪ ভীত হৈ স্বৰ্গৰ্ ঈশ্বৰৰ্ শ্লাঘা কৰিলে। দ্বিতীয়
সন্তাপ গল্ দেখা তৃতীয় সন্তাপ সত্বৰে উপগত হব।
১৫ সপ্তম দূতে বজালে পাচে এই জগতৰ্ সম্পদায়
ৰাজ্য আমাৰ প্ৰভুৰ্ আৰু তেঁওৰ্ খ্ৰীষ্টৰ্ আধিপত্য
হল্ আৰু তেঁও সদাসৰ্ব্বক্ষণে কৰ্ত্তৃত্ব কৰিব এই বাক্য
১৬ বোলোঁতা ডাঙেয়ান শবদ স্বৰ্গৎ হল্। পাচে
ঈশ্বৰৰ্ সম্মুখস্থ সিংহাসনোপৰিস্থ সেই চৱিশ বুঢ়া
লোকবিলাক উবুৰি খাই পৰি এই কথা কৈ কৈ ঈশ্ব
ৰক্ ভজনা কৰিলে বোলে হে বৰ্ত্তমান আৰু অতীত
আৰু ভবিষ্যৎ প্ৰভু সৰ্ব্বশক্তিমান ঈশ্বৰ তুমি আপো
নাৰ মহাপৰাক্ৰম লৈ কৰ্ত্তৃত্ব কৰিছা সেই নিক্কোনে
১৭ তোমাক প্ৰতি সলাগোঁ। আৰু দেশী লোকবিলাক
ক্ৰুদ্ধ আছিল্ আৰু তোমাৰ্ খঙ আগত আৰু যেতি
য়া মৃতকহঁতৰ্ কৰ্ম্মৰ শোধ হয় আৰু তুমি আপোন
আচাৰ্য্য সেৱকবিলাকক্ আৰু পুণ্যৱন্তবিলাকক্ আৰু
সৰু বৰ যিমান লোকে তোমাৰ নামে ভয় কৰে এই
১৮ এটাইবিলাকক্ যি কালৎ প্ৰতিফল দিবা আৰু পৃথিৱী
নাশকবিলকক্ যি কালৎ নষ্ট কৰিবা সেই কাল
১৯ উপগত হৈছে। পাচে স্বৰ্গৰ মাজৎ ঈশ্বৰৰ্
মন্দিৰ মেলা হল্ তাতে তেঁওৰ্ মন্দিৰৎ সাক্ষ্যৰূপ পেড়া
দেখা গল্ তাতে বিদুলি চমকবিলাক্ আৰু শবদবিলা
ক্ আৰু মেঘগৰ্জনিবিলাক্ আৰু ভূমিকম্প আৰু মহা
শিলাবৃষ্টি হল্।—

পৰ্ব্ব পাচে স্বৰ্গৎ এক মহাশ্চৰ্য্য দেখা গল সূৰ্য্য পৰি
১২ হিতা পাদাধিঃচন্দ্ৰা আৰু দ্বাদশ নক্ষত্ৰ মুকুটেৰে বিভূ
২ ষিতমস্তকা এক তিৰী আছিল। সেই তিৰী গৰ্ভৱতী
হই আৰু প্ৰসৱকাল উপগত হোৱাৎ প্ৰসৱ বেদনাৎ
৩ ব্যথিতা এটাহ পাৰিলে। স্বৰ্গৎ আন এক আশ্চৰ্য্য
দেখা গল দেখা সাৎ মূড় আৰু দহ শৃঙ্গযুক্ত আৰু
সাৎ কিৰিটিৰে বিভূষিত মূড় ৰক্তবৰ্ণ মহাকায় এক
৪ নাগ আছিল। তাৰ নেজ স্বৰ্গৰ তৰাৰ তৃতী
য়াংশ টানি পৃথিবীৎ ক্ষেপণ কৰিলে। প্ৰসৱলৈ
উদ্যতা সেই তিৰীৰ লৰাক প্ৰসৱ হলতেই খাবলৈ
৫ সেই নাগ তাৰ আগৎ থিয় হল। আৰু এটাই
দেশীয়াহঁতক লোৰ টাঙ্গোনেৰে শাসন কৰিব এনে
এক পুত্ৰ সন্ততিক সি প্ৰসৱ কৰিলে পাচে ঈশ্বৰ আৰু
তেঁওৰ সিংহাসনৰ ওচৰৎ সেই লৰা আকৰ্ষিত হল।
৬ তিৰী হাবিলৈ পলাল যি ঠাইৎ ঈশ্বৰকৰ্তৃক তেঁওলৈ
যুগুত কৰা গৈছিল যেন সিবিলাক এহেজাৰ দুশ ষাঠি
৭ দিন লৈকে তাক প্ৰতিপালন কৰে। আৰু স্বৰ্গৎ
ৰণ লাগিল মিখাএলে আপোনাৰ দূতবিলাকক নী
সেই নাগে সৈতে ৰণ কৰিলে, আৰু নাগেও আপো
৮ নাৰ দূতবিলাকক লৈ ৰণ কৰিলে। আৰু পৰাস্ত
কৰিব নোৱাৰিলে আৰু স্বৰ্গৎ তেঁওৰ আৰু ঠাই
৯ পোৱা নহল। পাপাত্মা অথচ শয়তান নামে সৰ্ব্ব
জগতীয় এটাই লোকৰ ভণ্ডক সেই মহানাগ অথচ
বৃদ্ধ সৰ্প বাজ উলিয়োৱা হল আৰু সি পৃথিবীৎ

অধঃপাতিত হল আৰু তেওঁৰ দূতবিলাকে তেওঁৰে
১০ সৈতে অধঃপাতিত হল। পাচে স্বৰ্গৎ এই বাক্য বো
লোঁতা মহাশবদ মই শুনিলোঁ বোলে এতিয়া ত্ৰাণ
আৰু সামৰ্থ্য আৰু আমাৰ ঈশ্বৰৰ ৰাজ্য আৰু
তেওঁৰ খ্ৰীষ্টৰ পৰাক্ৰম উপগত হইছে কিয়নো
১১ আমাৰ ভায়ইঁতৰ যি অপবাদী দিবাৰাত্ৰি সিহঁতৰ
ঈশ্বৰৰ আগৎ সিহঁতক অপবাদ কৰিলে সেয়েই
অধঃপাতিত হইছে আৰু সিহঁতে মেচৰ পোৱালিৰ
তেজেৰে আৰু আপোনাৰ সাক্ষীৰূপ বাক্য দোৱাৰা
তাক পৰাভৱ কৰিলে সিহঁতে মৰণলৈকে আপোনাৰ
১২ প্ৰাণকো চেনেহ নকৰিলে। এয়েৰেই হে স্বৰ্গ
বিলাক আৰু তন্মধ্যবাসিহঁৎ তোমোলাকে আনন্দ
কৰা হে পৃথিৱী আৰু সাগৰনিবাসিহঁৎ তোমোলাকৰ
১৩ সন্তাপ হব কিয়নো আপোনাৰ আৰু অতাল্প কাল
মাত্তোন যি আচে শয়তানে ইয়াক জানি অতিখঙ
কৰি তোমোলাকৰ মাজতে নামিছে সেই নাগ
আপোনাকে পৃথিৱীতে অধঃপাতিত দেখি যি তিৰীএ
পুত্ৰ সন্ততি পুৰুষ হইছিল সেই তিৰীৰ বিপক্ষতা
১৪ কৰিলে। সেই তিৰী যৎ সৰ্পৰ মুখৰ্পৰা ৰক্ষি
তা হই এক কাল আৰু কালবিলাক আৰু অৰ্দ্ধকাল
লৈকে প্ৰতিপালিতা হই হাবিলৈ আপোনাৰ সেই
ঠাইলৈ উড়িবলৈ বৰ কুডুৰাৰ দুয় ডেকা সেই তি
১৫ ৰীক দিয়া হল। তেতিয়া তাইক পাণি বনিয়াৎ ঢুটা
বৰ নিকোনে সেই সাপ তিৰীৰ পিছেৎ আপোনাৰ

মুখৰপৰা পানিবলিয়াৰ নিচিনা পানি ঢালিয়ালে কিন্তু
১৬ পৃথিবীএ সেই তিৰীক উপকাৰ কৰিলে। আৰু পৃথি
বীএ আপোন মুখ মেলি নাগৰ মুখৰপৰা ওলাল পানি
১৭ বলিয়া গিলাহ যাবিলে। পাচে সেই তিৰীৰ ওপ
ৰৎ নাগে খঙ কৰি ঈশ্বৰৰ আজ্ঞাপালনত আৰু
যিশু খ্রীষ্টৰ প্রমাণ ধৰিকাৰি তেওঁৰ অৱশেষ সন্ততি
হঁতে সৈতে ৰণ কৰিবলৈ বৈ গৈলে।—

পর্ব্ব মই সাগৰৰ বালিৰ ওপৰৎ থিয় হলোঁ আৰু সাৎ
১৩ মূৰ আৰু দহোটা শিঙ আৰু শিঙৎ দহোটা কিৰি
টী আৰু মূৰত এনেকুপ নাম এই কেইটাই বি
শিষ্ট সাগৰৰপৰা উদ্গম কৰোঁতা এক হিংস্র জন্তুক
২ মই দেখিলোঁ। যি হিংস্র জন্তুক মই দেখিলোঁ সেই
জন্তু চিতা বাঘৰ নিচিনা তাৰ ভৰি ভালুকৰ ভৰিৰ
নিচিনা আৰু তাৰ মুখ সিংহৰ মুখৰ নিচিনা
আৰু সিহঁৎ পৰাক্রম আৰু তেওঁৰ সিংহাসন আৰু
৩ মহাশাসন নাগে তাক দিলে। তাৰ এক মূৰ
মৃত কল্প হওঁ মই দেখিলোঁ পাচে তাৰ মৃত্যুকাৰক
ঘা ভাল কৰা হল সেই হিংস্র জন্তুক পুতি জগতীৰ
৪ এটাই লোকহঁতৰ বিস্ময় লাগিল। এই হিংস্র
জন্তুৰ পৰাক্রম দিওঁতা নাগৰ পূজা সিহিলাকে
কৰিলে আৰু সেই জন্তুৰ সদৃশ কোনে সিহঁতে সৈতে
ৰণ কৰিব পাৰে কোনে এই কথা কৈ সিহিলাকে
৫ সেই জন্তুৰ পূজা কৰিলে। মহাকথা আৰু
নিন্দাবাক্য বোলোঁতা এক মুখ তাক দিয়া হল

আৰু বিয়ালিশ মাহলৈকে বৰ্গ কৰাৰ্ পৰাক্ৰম তাক
৬ দিয়া হল্। ঈশ্বৰৰ্ নাম আৰু তাম্বু আৰু স্বৰ্গবা
সিহঁতৰ নিন্দা কৰিবৰ্ নিমিত্তে সেই হিংস্ৰ জন্তু ঈ
৭ শ্বৰৰ্ বিৰুদ্ধে নিন্দা কথা কবলৈ মুখ মেলিলে। পুণ্য
বন্তে সৈতে ৰণ কৰিবলৈ আৰু সিহঁতক্ পৰাস্ত ক
ৰিবলৈ তাক্ পৰাক্ৰম দিয়া হল্ আৰু এটাই বওহ
আৰু জাতি আৰু ভাষীয়া আৰু দেশীয়া লোকবিলা
৮ কৰ্ ওপৰৎ পৰাক্ৰমো তাক্ দিয়া হল্। জগতৰ্ মূল্
কৰণাবধি হত মেচৰ্ পোৱালিৰ্ জীৱনৰূপ পুস্তকৎ
পৃথিবী নিবাসিহঁতৰ্ মাজৎ যিমান মানুহৰ্ নাম অ
৯ লিখিত সেই এটায়ে তেঁওক পূজা কৰিব। যাৰ্ কৰ্ণ
১০ যেদি থাকে তেবে সি শুনক। যি জন পৰদেশ লৈ লৈ
যায় সি আন্ দেশলৈ নীয়া হব যি তলোৱালেৰে বধ
কৰে সি তলোৱালৎ হত হব ইয়াতে পুণ্যৱন্ত লোক
১১ বিলাকৰ্ সহিষ্ণুতা আৰু ভক্তি। পাচে মেচৰ পোৱা
লিৰ্ নিচিনা দুই শৃঙ্গযুক্ত নাগৰ নিচিনা বাক্যবোলোঁতা
তা পৃথিবীৰপৰা উদ্গমন কৰোঁতা আন্ এক হিংস্ৰ
১২ জন্তুক্ময় দেখিলোঁ। প্ৰথম হিংস্ৰ জন্তুৰ্ এটাই শাসন
এই জন্তু তাৰ্ আগৎ কৰে আৰু যি প্ৰথম জন্তুৰ্ মৃ
ত্যু কৰোঁতা ঘা ভাল্ হল্ সেই জন্তুৰ পূজা পৃথিবীক্
আৰু ভিন্নবাসি লোকবিলাকক্ এই হিংস্ৰ জন্তুএ
১৩ কৰোঁৱায়। সি মহাশ্চৰ্য্য কৰ্ম্ম কৰে আৰু মানুহৰ
১৪ দৃষ্টিৎ স্বৰ্গৰপৰা পৃথিবীৎ জুই বৰষে। আৰু এই
জন্তুৰ আগৎ যি আশ্চৰ্য্য কৰিবলৈ তেঁওৰ সামৰ্থ্য

আছে তদ্দাৰা তলোৱাৰলৈ হত অথচ জীয়া পশুৰ
মূৰ্ত্তি কৰিবলৈ পৃথিবী নিবাসী বিলাকলৈ কৈ সি আশ্চৰ্য্য
১৫ কৰ্ম্মৰ দ্বাৰাৰে পৃথিবী নিবাসিহঁতক ভণ্ডনা কৰে।
আৰু সেই হিংস্ৰ জন্তুৰ প্ৰতিমাক কথা কোৱাৰ সাম
ৰ্থ্য দিবলৈ আৰু যিমান মানুহে সেই হিংস্ৰ জন্তুৰ
প্ৰতিমা পূজা নকৰে সেই লোকবিলাকক বধ কৰিবলৈ
হিংস্ৰ জন্তুৰ প্ৰতিমাক প্ৰাণ দিবলৈ তেঁওৰ সামৰ্থ্য
১৬ আছে। আৰু সৰু বৰ ধনী দৰিদ্ৰ মুক্ত বদ্ধ এটাই
লোকবিলাকক আপোনাৰ দক্ষিণ হাতে বা কপালত
১৭ চিহ্ন সেই জন্তুএ গ্ৰহণ কৰায়। সেই চিহ্নবিশিষ্ট বা
সেই হিংস্ৰ জন্তুৰ নামবিশিষ্ট বা তেঁওৰ নামৰ সংখ্যা
বিশিষ্ট লোকক এড়ি কোনোএ ক্ৰয় বিক্ৰয় নকৰে এনে
১৮ কৰে। বিদ্যা এই বিদ্বান যি জন সি জন হিংস্ৰ
জন্তুৰ অঙ্ক গণনা কৰোক কিয়নো সেই মানুহৰ
অঙ্ক আৰু তাৰ অঙ্ক ছশ ছেষষ্ঠি।

পৰ্ব্ব ময় দৃষ্টি কৰিলোঁ তাতে দেখা সীওন পৰ্ব্বতৰ ওপ
১৪ ৰত এক মেষৰ পোৱালি থিয় হল আৰু আপোনাৰ
আৰু আপোন পিতৃৰ নাম কপালত লিখা এশ চৌৱা
২ ল্লিশ হেজাৰ জন তাৰ লগত থিয় হল আৰু ভালে
মান পানিৰ শবদৰ নিচিনা আৰু মেঘৰ বৰ গাজ
নিৰ নিচিনা শবদ ময় স্বৰ্গৰ পৰা শুনিলোঁ আৰু বীণ
বজাইছে যি বীণবওতাইঁতে সিহঁতৰ শবদো ময়
শুনিলোঁ সিংহাসনৰ আৰু চাৰি জন্তুৰ আৰু বুঢ়া
লোকবিলাকৰ আগত সিহঁতৰ নবীন গীতৰ নিচিনা

৩ এক গীত গালে। আৰু পৃথিৱীৰপৰা ক্ৰীত সেই
এশ চৌৱাল্লিশ হেজাৰ লোকক্ এতে কোনেও সেই
গীত শিকিব নোৱাৰিলে। যিবিলাক স্ত্ৰী সম্পৰ্ক্কেৰে
৪ আপোনাইতক্ অশুচি কৰা নায় সিহঁত এই। কি
য়নো ইহঁত আদিয়ে আৰু মেচ়ৰ পোৱালি যি কোনো
ঠাইত যায় সেই ঠাইত ইহঁতে তেঁওৰ পশ্চাদ্গা
মী ইহঁত ঈশ্বৰ আৰু মেচ়ৰ পোৱালিক প্ৰতি প্ৰথম
৫ ফল আই মানুহবিলাকৰ মাজৰপৰা ক্ৰীত হয়। সি
হঁতৰ মুখত একো ভণ্ডা পোৱা নহল্ কিয়নো ঈশ্বৰৰ্
৬ সিংহাসনৰ আগত সিহঁত নিৰ্দ্দোষী। পৃথিৱী নি
বাসী আৰু প্ৰতিদেশীয়া মানুহ আৰু বংশ আৰু
ভাষা আৰু লোকবিলাকৰ্ শুনাত অনন্ত শুভবাৰ্ত্তা ঘো
ষণা কৰিবলৈ তহাৰী আৰু ঈশ্বৰলৈ ভয় কৰা আৰু
তেঁওক্ সৎকাৰ কৰা কিয়নো তেঁৰ শোধৰ দণ্ড উপ
৭ গত আছে। আৰু যি স্বৰ্গ আৰু পৃথিৱী আৰু সাগৰ
আৰু পানীৰ ভুঁড় সৃজিলে তেঁওক্ ভজা এই কথা কওঁ
তা স্বৰ্গৰ মাজত উড়ুয়মান আন্ এক দূতক মই
দেখিলোঁ পাচে বাবেল নামে সেই বৰ্ নগৰ পৰিল২
কিয়নো সি আপোন আতিজ্বলন্ত বেশ্যাবৃত্তি মদত এটা
৮ ই দেশীয়াইহঁতক্ মত্ত কৰিছে এই বাক্য বোলোঁতা
৯ আন্ এক দূত তেঁওৰ পশ্চাদ্গামী হল্। সেই হিংস্ৰ
জন্তুকে আৰু তাৰ্ প্ৰতিমাকে যেদি কোনোএ পূজা কৰে
আৰু কপালত বা হাতত যেদি তাৰ্ সাঁচ লয় তেবে
ঈশ্বৰৰ্ অমিহলি খঙ মদ তেঁওৰ খঙময় বাটীত ৰকা

১০ হয় সেই জল সেই মদ পীয়োঁতা হব আৰু পবিত্ৰ দূতবিলাকৰ আৰু মেচৰ পোৱালিৰ আগৎ জুই
১১ আৰু গন্ধকেৰে তাৰ যাতনা কৰা হব। সিবি লাকৰ যাতানাৰ ধূম সদা সৰ্ব্বক্ষণে ওঠে আৰু যিবি লাকে সেই হিংস্ৰ জন্তুৰ বা তাৰ প্ৰতিমাৰ পূজা কৰে আৰু যি তাৰ নামৰ চিহ্ন গ্ৰহণ কৰে দিনে ৰাতিত্ৰ কেতিয়াও সিহঁতৰ জিৰণি নায় এটাইপাৰি এই বাক্য বোলোঁতা তৃতীয় এক দূত তাৰ পিচৎ গল।
১২ পবিত্ৰ লোকবিলাকৰ সহিষ্ণুতা এই দেখা ঈশ্বৰৰ আজ্ঞা আৰু খ্ৰীষ্টৎ সজ্ঞাৎ পালোঁতাবিলাক এই
১৩ দেখা। পাচে লিখ এতিয়াৰপৰা যিবিলাক প্ৰভুৎ মৰে সিবিলাক ধন্য আন্যায়ো ইয়াকে কয় কিয়নো সিবিলাক আপোনাৰ কৰ্ম্মৰপৰা জীৰণি পায় আৰু সিবিলাকৰ কৰ্ম্ম সিবিলাকৰ সহবৰ্ত্তী হয় মোৰ কাষৰৎ এই বাক্য বোলোঁতা এক আকাশী বাণি ময় শুনিলোঁ।
১৪ পাচে ময় চালোঁ আৰু দেখা শ্বেতবৰ্ণ এক মেঘ আৰু মূড়ৎ সোনৰ কিৰিটি আৰু হাতৎ চোকা কাচী মানুহৰ পুত্ৰেকৰ নিচিনা সেই মেঘোপবিষ্ট এক পুৰু
১৫ ষক ময় দেখিলোঁ। তোমাৰ কাচী লগায় শস্য দোৱা শস্য দাবৰ বতৰ উপগত হইছে কিয়নো পৃথিবীৰ শস্য পাকিছে সেই মেঘোপবিষ্ট পুৰুষক এটাইপাৰি এই বাক্য বোলোঁতা আৰু মন্দিৰৰপৰা ওলোঁৱা আন
১৬ এক দূতক ময় তাৰ পাচে দেখিলোঁ। তাতে মেঘোপ

বিভু প্ৰভুৱে পৃথিবীত আপোন চোকা কাচী লগালে
আৰু পৃথিবীৰ শহ দোৱা হল।

১৭ তাৰপাচত চোকা কাচী ধৰোঁতা আন এক দূত স্বৰ্গ
১৮ স্থ মন্দিৰৰ পৰা ওলাল। তাৰপাচে জুইৰ ওপৰত
পৰাক্ৰম ধৰোঁতা আন এক দূত যজ্ঞবেদিৰ পৰা ওলাল
আৰু এটা হাঁকি মাৰি সেই দূত চোকা কাচী ধৰোঁতা
প্ৰভুত কলে বোলে পৃথিবীৰ দ্ৰাক্ষাফল পৰিপক্ক হল
এতেকে তোমাৰ চোকা কাচী লগায় পৃথিবীৰ দ্ৰাক্ষাৰ
১৯ থোপা গোটোৱা। তাতে সেই দূতে আপোনাৰ
চোকা কাচী পৃথিবীত লগায় পৃথিবীৰ দ্ৰাক্ষালতাৰ ফল
সাঁচিলে আৰু ঈশ্বৰৰ খঙৰ বৰ দ্ৰাক্ষা যন্ত্ৰত তাক
২০ পেলালে। পাচে নগৰৰ বাহিৰত সেই দ্ৰাক্ষা যন্ত্ৰ
খুন্দা হল আৰু এশ ক্ৰোশ লৈকে ওখত ঘোড়াৰ দন
লৈকে তেজ সেই দ্ৰাক্ষা যন্ত্ৰৰ পৰা ওলাল।

পৰ্ব্ব বৰ আৰু আশ্চৰ্য্য আন এক লক্ষণ মই স্বৰ্গত
১৫ দেখিলোঁ শেষবৰ্ত্তী সাত যন্ত্ৰণা ধৰোঁতা সাত দূতক
মই দেখিলোঁ কিয়নো সেই যাতনাত ঈশ্বৰৰ খঙ পৰ
২ পূৰ্ণ হয়। জুইত মিহলি কাঁচময় এক সাগৰৰ নিচি
না বেহানিয়ো মই দেখিলোঁ আৰু হিংস্ৰ জন্তু আৰু
তাৰ প্ৰতিমা আৰু তাৰ সাঁচ আৰু তাৰ নামৰ শংক
এইবিলাকৰ জয়ী যিবিলাক হয় সিবিলাকে ঈশ্বৰৰ
বীণা হাতত লৈ কাঁচৰ সাগৰৰ ওপৰত থিয় হয়।
৩ আৰু হে সৰ্ব্বশক্তিমান প্ৰভু ঈশ্বৰ তোমাৰ কৰ্ম্ম বৰ
আৰু আশ্চৰ্য্য হে পুণ্যাত্মবিলাকৰ ৰজা তোমাৰ কৰ্ম্ম

পৰমাৰ্থ আৰু সঁচা তোমাক এতি ধৰ্ম্মস্বৰূপ আন্ কো
৪ লো নায় এয়েৰেই হে প্ৰভু তোমালৈ কোনে ভয় নক
ৰিব আৰু তোমাৰ্ নামৰ্ মাহাত্ম্য কোনে নকৰৱ
কিয়নো তোমাৰ ধৰ্ম্দণ্ড দিয়া প্ৰেচিক্ হলে এটাই
দেশীয়া মানুহে আহি তোমাৰ্ আগৎ ভজনা কৰি
ব এই কথা কৈ সিবিলাকে ঈশ্বৰৰ্ সেৱক্ মোশিহৰ্
৫ গীত আৰু মেচৰ্ পোৱালিৰ্ গীত গালে। তাৰ পাচে
মঞ দৃষ্টি কৰিলোঁ আৰু দেখা স্বৰ্গস্থ মন্দিৰ্ সাক্ষ্য
৬ ৰূপ তাম্বু অৰ্থাৎ মেলা হল্ আৰু নিৰ্ম্মল্ আৰু শুক্ল
বৰ্ণ কাপৰে পৰিহিত বুকৎ স্বৰ্ণ গাতিৰে বেছিৎ
সেই সাৎ যন্ত্ৰণা ধৰোঁতা সাৎ দূত মন্দিৰৰ্পৰা
৭ আহিল্। পাচে সেই চাৰি জন্তুবিলাকৰ্ মাজৎ
এক জন্তু সদায় জীয়ৎ ঈশ্বৰৰ্ ক্ৰোধেৰে পৰিপূৰ্ণ
৮ সাৎ স্বৰ্ণ পাত্ৰ সেই সাৎ দূতবিলাকক্ দিলে। আৰু
ঈশ্বৰৰ্ মাহাত্ম্য আৰু পৰাক্ৰমৎ মন্দিৰ ধূমেৰে পূৰ্ণ
হল্ আৰু সেই সাৎ দূতবিলাকৰ্ সাৎ যাতনা যেতি
য়ালৈকে পূৰ্ নহল্ তেতিয়া লৈকে কোনো মন্দিৰৎ
সোমাব নোৱাৰে।—

পৰ্ব্ব তোমোলাক্ যোৱা ঈশ্বৰৰ্ ক্ৰোধৰ পাত্ৰ পৃথিবীৎ
১৬ বাকি দিয়া সেই সাৎ দূতবিলাকক বাক্য বোলোঁতা
২ এক মহাশব্দ মন্দিৰৰ্পৰা মঞ শুনিলোঁ। তাতে
প্ৰথম ব্যক্তি গৈ তাৰ্ পাত্ৰ পৃথিবীৎ ঢালিলে পাচে সেই
হিংস্ৰ জন্তুৰ সাঁচবিশিষ্ট লোক যিবিলাক্ সিহঁতলৈ

প্ৰতিমা পূজা কৰিলে সেই লোকৰ ওপৰৎ বৰ্ গেলা আৰু যাতনা দিয়োঁতা ঘা পড়িল্।—

৩ দ্বিতীয় দূত সাগৰৰ্ ওপৰৎ তেঁওৰ্ পাত্ৰ বাকিলে তাতে সাগৰ মৰা মানুহৰ্ তেজৰ নিচিনা হল্ আৰু সাগৰচৰ্ প্ৰাণী মৰিল্।—

৪ তৃতীয় দূত পানীৰ্ নই আৰু জিৰণীৰ্ ওপৰৎ ৫ তাৰ্ পাত্ৰ বাকিলে তাতে সিহঁৎ তেজ হল্। পাচে পানীৰ্ দূতৰ্ এই কথা ময় শুনিলোঁ হে বৰ্ত্তমান ভূত ভবিষ্যৎ প্ৰভু তুমি এনে শোধি কৰিছা এই নিকোনে তুমি পৰমাৰ্থিক্ স্বৰূপ কিয়নো সিবিলাকে পুণ্যবন্ত ৬ লোক্ আৰু আচাৰ্য্যবিলাকৰ্ তেজপাত কৰিলে আৰু সিহঁতক্ তুমি তেজ পীয়াইছা কিয়নো সিহঁৎ তা দ্যা ৭ গ্য। পাচে যজ্ঞভেটিৰপৰা আৰু এক পুৰুষৰ্ কথা ময় শুনিলোঁ হে প্ৰভু ঈশ্বৰ সৰ্ব্বশক্তিমন্ত এই হয় তোমাৰ শোধি সঁচা আৰু পৰমাৰ্থ।—

৮ পাচে চতুৰ্থ দূতে সূৰ্য্যৰ্ ওপৰ আপোনাৰ পাত্ৰ বাকিলে তাতে জুইৎ মানুহবিলাকক্ পুড়িবলৈ পৰা ৯ ক্ৰম তেঁওক্ দিয়া হল্। তাতে অতি তাপৎ মানুহ পোড়া হল্ আৰু এই এটাই আঘাতৰ্ ওপৰৰ্ পৰাক্ৰম ধৰোঁতা ঈশ্বৰৰ্ নামৰ্ নিন্দা সিবিলাকে কৰিলে আৰু তেঁওৰ্ মাহাত্ম্য প্ৰৌচিক্ কৰিবলৈ পৰামনন নকৰিলে।—

১০ পাচে পঞ্চম দূতে সেই হিংস্ৰ জন্তুৰ্ সিংহাসনৎ আপোন পাত্ৰ বাকিলে তাতে তাৰ ৰাজ্য অন্ধকাৰময়

হল্ আৰু লোক ব্যথিৎ হৈ আপোন জিবা কামোড়ি
১১ লে আৰু সিবিলাকৰ বিষ আৰু ঘাৰ্ নিমিত্তে স্বৰ্গৰ্
ঈশ্বৰৰ্ নিন্দা কৰিলে আৰু আপোন কৰ্ম্মাৰ্থে পৰা
মনন নকৰিলে ।—

১২ পাচে ষষ্ঠ দূতে ফৰাত নামে মহানদীৰ ওপৰৎ আ
পোন পাত্ৰ বাকিলে তাতে বেলি ওলোৱাৰ ফালৰ্
ৰজাবিলাকৰ্ বাট যুগুৎ হবৰ নিমিত্তে তাৰ্ পানি
১৩ শুকায় গল্ । নাগৰ মুখৰপৰা আৰু হিংস্ৰ জন্তুৰ
মুখৰপৰা আৰু মিছা আচাৰ্য্যৰ মুখৰপৰা ওলোৱা
ভেকুলিৰ নিচিনা তিনি অশুচি আত্মাক্ মই দেখিলোঁ ।
১৪ সিহঁৎ সৰ্ব্বশক্তিমান ঈশ্বৰৰ সেই মহাদিনৰ ৰণৰ
নিমিত্তে ৰজাবিলাকক্ গোটাবলৈ পৃথিবী আৰু সৰ্ব্ব
জগতৰ ৰজাবিলাকৰ্ ওচৰগামী অলৌকিক কৰ্ম্ম
১৫ কৰোঁতা ভূতবিলাকৰ্ আত্মাবিলাক । দেখা যেনে চোৰ্
আহে তেনে মই আহোঁ সেই জন ধন্য যি পৰ দিয়ে
আৰু আপোন কাপৰ ৰাখে যি নাঙ্গট হৈ নফুৰে
১৬ আৰু লোকবিলাকে তাৰ্ অপমান নেদেখে । এব্ৰি
যাতেৰে হাৰমগিদন নামে প্ৰসিদ্ধ এক ঠাইৎ তেওঁ
সিবিলাকক্ গোটালে ।—

১৭ পাচে সপ্তম দূত আকাশৎ আপোন পাত্ৰ বাকিলে
তাতে সাঙ্গ হইছে এই বাক্য বোলোঁতা এক মহাশব্দ
১৮ স্বৰ্গীয় মন্দিৰস্থ সিংহাসনৰপৰা ওলাল । পাচে
বিদুলি চমকহঁতে আৰু শব্দহঁতে মেঘগাজনিহঁতে
আৰু পৃথিবীৰ ওপৰৎ মানুহ হোৱাৰেপৰা যিৰূপ

ভূঁইকম্প হোৱা নায় সেইকুৰ বৰ আৰু ঘোৰ ভূঁইকম্প
১৯ হল। আৰু সেই বৰ নগৰ তিনি ভাগে বিভক্ত
হল আৰু দেশীয়াহঁতৰ নগৰবিলাক পড়িল আৰু
ঈশ্বৰৰ আগত প্ৰত্যেক ক্ৰোধৰূপ মদেৰে পূৰ্ণ বাটী
মহাবাবেলক দিয়া কাৰণে সেই নগৰ ঈশ্ব
২০ ৰৰ স্মৰণত পড়িল। পাচে প্ৰতি দ্বীপৰ পলাল
আৰু পৰ্ব্বতহঁত আৰু পোৱা নহল আৰু মানুহৰ
ওপৰত স্বৰ্গৰ পৰা এক মোন পৰিমাণে অতিশয়
২১ শিল বৰষিলে। সেই শিলাবৰষুণত জাত ঘা
তনা অতি বৰ তন্নিমিত্তে সেই শিলত লোকে ঈশ্ব
ৰক নিন্দা কৰিলে।—

পৰ্ব্ব সেই সাত পাত্ৰ বাহোঁতা সাত দূতবিলাকৰ মাজত
১৭ এক দূত আহি মোৰ সৈতে এই কথা কলে বোলে এথে
লৈ আহা পৃথিবীৰ ৰজাবিলাক যি বেশ্যায় সৈতে
কুকৰ্ম্ম কৰিলে আৰু যি বেশ্যাবৃত্তি মদে পৃথিবীনিবা
সিহঁত মত্ত হল তালেমান পানীৰ ওপৰত বহোঁতা সেই
৩ বেশ্যাৰ দণ্ড তোমাক মই দেখুৱাম। তাতে তেঁও
আত্মাৰে মোক বননৈ লৈ গল তাতে নিন্দাসূচক না
মেৰে সৰ্ব্বাঙ্গ পূৰ্ণ সাত মূৰ আৰু দহ শৃঙ্গযুক্ত সি
ন্দুৰবৰ্ণ এক হিংস্ৰ জন্তুৰ ওপৰত উপবিষ্টা এজনী
৪ স্ত্ৰীক মই দেখিলোঁ। সেই স্ত্ৰী বেঙুনীয়া আৰু
সিন্দুৰবৰ্ণ বস্ত্ৰেৰে বস্ত্ৰান্বিতা আৰু স্বৰ্ণ আৰু মণি
আৰু মুক্তাৰে অলঙ্কৃতা আৰু তাইৰ হাতত মুকলীয়া
৫ বেশ্যাবৃত্তিৰ ঘৃণাকৰ্ম্মেৰে আৰু মলেৰে পূৰ্ণ এক

স্বৰ্ণবাটী আৰু গূঢ়বিষয় মহাবাবেল্ বেশ্যাহঁতৰ্
আৰু পৃথিবীৰ্ ঘৃণাৰ্হ কৰ্ম্মৰ্ মাক্ এই নাম তাইৰ্
৬ কপালত লেখা আছিল্। পাচে পবিত্ৰ লোকবি
লাকৰ্ আৰু যিশুৰ সাক্ষীহঁতৰ্ তেজেৰে মত্তা সেই
স্ত্ৰীক্ মই দেখিলোঁ আৰু তাইক্ দেখি মহা আশ্চ
৭ ৰ্য্যেৰে আশ্চৰ্য হলোঁ। সেই দূতে মোক কলে
আশ্চৰ্য্য কিয় মানিছা সেই স্ত্ৰীৰ আৰু সাত মূড়
আৰু দহ শিঙ্গযুক্ত তাৰ্ বাহন্ সেই হিংস্ৰ জন্তুৰ্
৮ গূঢ় অৰ্থ তোমাক মই কম্। যি হিংস্ৰ জন্তু তুমি
দেখিছা সেই জন্তু আছিল্ আৰু এতিয়া নায় আৰু
অতলস্পৰ্শ গাঁতৰপৰা উঠিব আৰু বিনাশলৈ যাব
আৰু পৃথিৱী নিবাসী যিসকল মনুষ্যৰ নাম জগতৰ্
মূল্ কৰিবৰেপৰা জীৱনৰ। পুথিত লিখিত নহয় তি
মান্ মানুহ সেই অতীত অবৰ্ত্তমান বৰ্ত্তমান জন্তুক দে
৯ খি বিস্ময় মানিব। বিবেচিত যি মন তাক্ এই দেখা
সেই সাত মূড় সেই স্ত্ৰী অধিষ্ঠিত সাত পৰ্ব্বত হয়।
১০ আৰু সাত ৰজাও হয় সিহঁতৰ মাজৰ্ পাঁচটা পড়িল্
এজন বৰ্ত্তমান আৰু এজন এতিয়া নায় কিন্তু হলে
১১ তাক্ কিছুকাল্ থাকিব লাগিব। যি হিংস্ৰ জন্তু
আছিল আৰু এতিয়া নাই সেই অষ্টম আৰু সেই
১২ সাতৰপৰা ওপজা আৰু সমূলে নাশে যাব। যি দহ
শিঙ্গ তুমি দেখিছা সি এতিয়া অপ্ৰাপ্ত ৰাজ্য দহ ৰজা
কিন্তু সেই হিংস্ৰ জন্তুৰ সৈতে একদণ্ড সিহঁতে ৰজাৰ
১৩ নিচিনা পৰাক্ৰম পাব। ইহঁতৰ এক মন আৰু আ

পোন পৰাক্ৰম আৰু বল্ সেই হিংস্ৰ জন্তুক দিব।
১৪ এই এটাই মেচৰ্ পোৱালিএ সৈতে ৰণ কৰিব আৰু
মেচৰ পোৱালিএ সিহঁতক পৰাস্ত কৰিব কিয়নো
তেঁও প্ৰভুহঁতৰ প্ৰভু আৰু ৰজাহঁতৰ ৰজা আৰু তেঁ
ওৰ লগৰিয়াহঁৎ নিযোজিত আৰু মনোনীত আৰু
১৫ বিশ্বাসী। তেঁও মোৎ কলে যত বেশ্যা অধিষ্ঠিতা
যি পানি তুমি দেখিছা সেই পানি লোকহঁতে আৰু জু
১৬ মহঁতে আৰু দেশীয়াহঁতে আৰু ভাষিহঁতে। হিংস্ৰ
জন্তুৰ ওপৰিস্ যি দহ শিঙ তুমি দেখিছা সিহঁৎ
বেশ্যাক্ ঘিনাব আৰু তাইক্ অনাথা আৰু নাঙ্গট ক
ৰিব আৰু তাইৰ মঙহ খাব আৰু তাইক্ জুইৎ পু
১৭ ড়িব। কিয়নো আপোন ইচ্ছা পূৰ্ণ কৰিবলৈ ঈশ্বৰৰ্
কথা পূৰ্ণ হোৱা লৈকে একবাক্যতা কৰিবলৈ আৰু
আপোন ৰাজ্য সেই হিংস্ৰ জন্তুক্ দিবলৈ ঈশ্বৰে সি
১৮ হঁতৰ্ মনৎ দিছে। যি স্ত্ৰীক্ তুমি দেখিছা সেই
পৃথিবীৰ্ ৰজাহঁতৰ্ ওপৰৎ কৰ্ত্তৃত্বকাৰি সেই মহা
নগৰ্।—

পৰ্ব্ব এই এটাইৰে পাচৎ স্বৰ্গৰপৰা অধোগামী বৰ্
১৮ পৰাক্ৰম ধৰোঁতা আন্ এক দূতক্ মই দেখিলোঁ
২ তাৰ্ কান্তিৰে পৃথিবী দীপ্তিময় হল্। সেই দূতে অ
তি ঘোৰ্ শব্দ কৰি এটাইপাৰি কলে যি মহাবাবেল
পৰিল পৰিল্ আৰু ভূতহঁতৰ্ বসতি আৰু সদৌ
অশুচি আত্মাৰ আশ্ৰয় আৰু সদৌ অশুচি ঘৃণাৰ্হ
৩ পক্ষিৰ্ সজা হৈছে। কিয়নো তাৰ্ জ্বলন্ত বেশ্যা

বৃত্তিৰূপ মদ এটাই দেশীহঁতে পীছে আৰু পৃথিবীৰ
ৰজাহঁতে সিএ সৈতে লগ লৈছে আৰু তাৰ সুভক্ষোৰ
৪ বাহুল্যেৰে পৃথিবীৰ মহাজনহঁৎ ধনবন্ত হল্ । হে
মোৰ্ লোকহঁৎ তাৰ্ মাজৰপৰা বাজলৈ যোৱা যেন্
তোমোলোক তাৰ্ পাপৰ ভাগী নোহোৱা আৰু তাৰ
৫ যাতনা নোপোৱা   কিয়নো তাৰ্ পাপে স্বৰ্গ চোয় আৰু
৬ ঈশ্বৰে তাৰ্ অপৰমাৰ্থিক স্মৰে ।   সি তোমাক্
যি দিছে তদনুযায়ী প্ৰতিফল্ তাক্ দিয়া তাৰ্ কৰ্ম্মানু
যায়ী দ্বিগুণ ফল্ তাক দিয়া সি যি পাত্ৰ ভৰিছে তাক
৭ প্ৰতি সেই পাত্ৰ দ্বিগুণ পূৰোৱা ।   সি যিমান আ
পোন গৌৰৱ কৰিছে আৰু সুভোজন কৰিছে তিমান
যাতনা আৰু দুঃখ তাক দিয়া কিয়নো ময় ৰাণীৰ নি
চিনা বহোঁ আৰু বিধৱা নোহোঁ আৰু একো দুঃখ নে
৮ দেখিম্ এই কথা সি কয় এয়েৰেই মৃত্যু আৰু শোক
আৰু আকাল এইং আঘাত এদিনা তাৰ্ ওপৰলৈ
পড়িব আৰু সেই জুইৎ এটাই পোড়া হব কিয়নো
তাৰ্ দণ্ড দিয়োঁতা প্ৰভু ঈশ্বৰ শক্তিমান এইং বাক্য
বোলোঁতা আন এক শব্দ ময় স্বৰ্গৰপৰা শুনিলোঁ ।
৯ পৃথিবীৰ যি ৰজাহঁৎ সিএ সৈতে বেশ্যাগমন কৰিছে
আৰু সুখভোগ কৰিছে সিহঁতে তাক্ পোড়াৰ ধোঁৱা
১০ দেখি তাৰ যাতনা ভয়ৎ নিলগৎ থিয় হই তাৰ
অৰ্থে বিনাব আৰু হায়ং কৰি হুলিব হায় সি মহান
গাৰ বাবেল হায় পৰাক্ৰমযুক্ত নগৰ কিয়নো একে

১১ স্বৰ্গে তোমাৰ দণ্ড হুইছে পৃথিৱীৰ বণিয়াইঁতো তা
ৰৈল কান্দিব আৰু বিনাব কিয়নো কোনেও সিইঁতৰ বে
১২ হানি নিকনে অৰ্থাৎ সোন ৰূপ মণি মুক্তা তাও কাপৰ
বেঙেনা বৰ্ণ আৰু বেমনা আৰু সিন্দুৰবৰ্ণ কাপৰ
আৰু এটাই সুগন্ধ কাঠ আৰু হস্তিদন্তৰ এটাইবিধ
পাত্ৰ আৰু আতিবহুমূলীয়া কাঠৰ আৰু পিতলৰ
আৰু লোৰ আৰু মৰ্ম্মৰ শিলৰ এটাইবিধ পাত্ৰ আৰু
১৩ দাৰুচিনি আৰু সুগন্ধি দ্ৰব্য আৰু গন্ধৰস আৰু ল
বান আৰু মদ আৰু তেল আৰু মিৎগুৰি সুজি
আৰু গোম আৰু পশু আৰু মেচ আৰু ঘোড়া আৰু
১৪ ৰথ আৰু গোলাম আৰু মানুহৰ আত্মা। যি
ফল তোমাৰ মনে বাঞ্ছিলে সেই ফল তোমাৰ ওচৰৰ
পৰা গল আৰু সুস্বাদু আৰু উত্তম যিবিলাক বেহানি সেই
এটাইও তোমাৰপৰা গল আৰু তাক তুমি কে
১৫ তিয়াও নেপাবা। এই এটাই বেহানিৰ যি মহাজ
নইঁৎ তদ্দ্বাৰা ধনৱন্ত হল সিইঁতে কান্দি আৰু হাহা
১৬ কাৰ কৰি আৰু হায়২ সেই তাও কাপৰ আৰু বেঙে
নীয়া আৰু সিন্দুৰীয়া বস্ত্ৰেৰে বস্ত্ৰান্বিত আৰু সোন
আৰু মণি আৰু মুক্তাৰে অলঙ্কৃত মহানগৰ কি
য়নো এক দণ্ডে এনে মহাধনৰ ক্ষয় হুইছে এই কথা কৈ
১৭ তাৰ যাতনা ভয়ৎ দূৰৈৎ থিয় হব। আৰু জাহাজ
হঁতৰ সদৌ কৰ্ত্তা আৰু জাহাজস্থ যিমান মানুহ আৰু
হাজৰ খয়াইঁৎ আৰু সাগৰ বাটে যিমান লোকে
১৮ বেহা কৰে সিইঁৎ দূৰৈৎ থিয় হল। আৰু তাৰ

পোড়াৰ ধূম দেখি কান্দি কলে এই বৰ্ নগৰৰ্ তুল্য
১৯ কোন নগৰ। আৰু কান্দোতা আৰু বিনওঁতা হৈ
আৰু তাৰ্ বৰ্ ভগনৰ নিকোনে বৰ্ যি নগৰৎ সাগ
ৰত জাহাজৰ্ এটাই কৰ্ত্তাহঁত ধনীগত আছিল হায়২
সেই নগৰ্ কিয়নো এক দণ্ডে সি নৰশূন্য হৈছে এই
কথা কৈ সিহঁতে আপোনা২ মূৰৰ্ ওপৰৎ ধূলা পেলা
২০ লে আৰু কান্দিলে। হে স্বৰ্গ আৰু সাধু পাঁচনিহঁত আৰু
আচাৰ্য্যহঁত তোমোলাকে তাৰ্ ওপৰৎ আনন্দ কৰা
কিয়নো তোমোলাকে যি হিংসা পাইছা তাৰ প্ৰতিফল
২১ ঈশ্বৰে তাক দিছে সেই মহানগৰ্ বাবেল বৰ্ বলৎ
এনেকৈ তলৎ পৰা হব আৰু কেতিয়াও পোৱা নেযাব।
২২ আৰু বীণা বওঁতা আৰু বাদ্যবওঁতা আৰু বাঁহী বওঁতা
আৰু তুৰী বওঁতাহঁতৰ শবদ কেতিয়াও তোমাৰ মা
জৎ শুনা নেযাব আৰু যি কোনো বিধি কৰ্ম্ম কৰে এনে
কোন কৰ্ম্ম কৰোঁতাও তোমাৰ মাজৎ পোৱা নেযাব
২৩ আৰু জাঁতৰ্ শব্দ তোমাৰ মাজৎ শুনা নহব। আৰু
চাকিৰ পোহৰ তোমাৰ মাজৎ দেখা নহব আৰু বৰ্
আৰু কন্যাৰ শবদ তোমাৰ মাজৎ শুনা নহব কিয়নো
পৃথিবীৰ বৰ্ মানুহহঁত তোমাৰ মহাজন আছিল্
আৰু তোমাৰ মায়াৎ সৰ্ব্বদেশীহঁত ভুমি জিল্ এক
বলী দূতে তদনন্তৰ বৰ্ জাঁতৰ নিচিনা এক শিল লৈ
২৪ এই কথা কৈ সাগৰৎ পেলালে। আচাৰ্য্য আৰু
সাধুলোক আৰু পৃথিবীৎ যিমান লোক হত আছিল্
সেই এটাই লোকহঁতৰ তেজ তাৰ্ মাজৎ পোৱা
গল্।—

পর্ব্ব হালিলুয়া ত্রাণ আৰু মাহাত্ম্য আৰু পৰাক্রমৰ শ্লাঘা
১৯ প্রভু আমাৰ ঈশ্বৰৰ হোক্ কিয়নো তেঁওৰ ন্যায় সঁচা
আৰু স্বৰূপ কিয়নো যি বৰ্ বেশ্যায় আপন নষ্ট কর্ম্মে
ৰে পৃথিবী নষ্ট কৰিলে সেই বেশ্যাক তেঁও দণ্ড দিছে
আৰু তাৰ্ হাতে দত্ত স্বসেৱকৰ্ ৰবিৰ প্রতিফল্ দি
ছে এই বাক্য বোলোঁতা স্বর্গস্থ ভালেমান লোকৰ এই
৩ বৰ্ শব্দ ময় সেই এটাইৰ পাঠং শুনিলোঁ। আৰু সি
হঁতে আৰুও কলে হালিলুয়া আৰু তেঁওৰ ধূম সদা ও
৪ ঠে। পাচে সেই চব্বিশ বুঢ়া আৰু চাৰি জন্তু আমিন
হালিলুয়া এই কথা কৈ উবুড়ি যায় সিংহাসনোপবিষ্ট
৫ ঈশ্বৰক ভজিলে। হে তেঁওৰ এটাই সেৱকহঁৎ আৰু
সৰু বৰ্ আদি যিমান লোক তেঁওক ভয় কৰে তোমো
লাকে আমাৰ ঈশ্বৰলৈ স্তুতি কৰা এই বাক্য বোলোঁতা
৬ এক শব্দ সিংহাসনৰপৰা ওলাল। হালিলুয়া কিয়নো
প্রভু ঈশ্বৰ সর্ব্বশক্তিমান ৰাজ্য কৰে আহা আমি
৭ হর্ষিত হোঁ আৰু আনন্দ কৰোঁ আৰু তেঁওৰ্ মাহাত্ম্যৰ
শ্লাঘা কৰোঁ কিয়নো মেচৰ পোৱালিৰ বিবাহ উপগত
হইছে আৰু তেঁওৰ ভার্য্যায় আপোনাক সাজসজ্জ কৰি
ছে এই বাক্য বোলোঁতা মহাজুমৰ আৰু ভালেমান
পানীৰ আৰু আতিশয় মেঘগাঁজনিৰ নিচিনা শব্দ
৮ ময় শুনিলোঁ। পাচে তাক প্রতি দিয়া হল্ যেন্ তেঁও
তাও নির্ম্মল বগা বস্ত্ৰেৰে বস্ত্ৰাল্বিত হয় কিয়নো সেই
৯ ভাও কাপৰ সাধুলোকবিলাকৰ পৰমার্থ। পাচে সি
মোং কলে লিখা যিবিলাক মেচৰ পোৱালিৰ্ বিবা

হব্ ৰাত্রি ভোজনলৈ নিমন্ত্রিত আছে সিহঁত ধন্য।
১০ আৰু সি মোক কলে এই ঈশ্বৰৰ সঁচা কথা তাতে তেওঁ
ওক্ পুজিবলৈ মই তেওঁৰ্ ভৰিত পৰিলোঁ আৰু সি
মুলিলে সাৱধান হয়াক্ নকৰিবা মই তোমাৰ্ সহভৃ
ত্য আৰু যিশুৰ প্ৰমাণ ধৰোঁতা তোমাৰ্ ভায়হঁতৰ্ মা
জত এজন তুমি ঈশ্বৰ ভজা কিয়নো যিশুবিষয়ক প্ৰমাণ
১১ আচাৰ্য্যবাক্যৰ জীৱাত্মা। পাচে মই স্বৰ্গৰ দ্বাৰ মেলা
দেখিলোঁ আৰু দেখা বগাবৰ্ণ এটা ঘোড়া আৰু তদাৰূ
ঢ়ৰ নাম বিশ্বাসী আৰু সঁচা আৰু পৰমাৰ্থ কৰি তেওঁ
১২ দণ্ড আৰু ৰণ কৰে। তেওঁৰ চকু জুইৰ্শিখাৰ নিচিনা
তাৰ্ মূৰত ভালেমান কিৰিটি আৰু আপোন বিনা
কোনেও যিহক নেজানে এনে এক নাম তাৰ লিখিত আ
১৩ ছিল। তেওঁ তেজত তুবিত এক বস্ত্ৰেৰে বস্ত্ৰান্বিত
আছিল আৰু তেওঁৰ নাম ঈশ্বৰৰ বাক্য প্ৰসিদ্ধ আৰু
তাও বগাবৰ্ণ নিৰ্ম্মল বস্ত্ৰেৰে বস্ত্ৰান্বিত শ্বেত ঘোড়াৰূঢ়
১৪ স্বৰ্গস্থ সৈন্যহঁত তেওঁৰ পশ্চাত গৈছিল। আৰু দেশীয়া
হঁতক্ তলোৱালেৰে মাৰিবলৈ তেওঁৰ মুখৰ পৰা চো
১৫ কা এক দ্বিধাৰ তলোৱাৰ ওলাল। আৰু তেওঁ সিহঁতক
লোৰ দণ্ডেৰে কৰ্তৃত্ব কৰিব আৰু সৰ্ব্বশক্তিমান ঈশ্বৰৰ্
১৬ আতিযাত আৰু চণ্ডতাৰূপ দ্ৰাক্ষা যন্ত্ৰ তেওঁ গৰকে। আৰু
ৰজাহঁতৰ্ ৰজা আৰু প্ৰভুহঁতৰ প্ৰভু এই নাম তেওঁৰ
১৭ বস্ত্ৰ আৰু তেওঁৰ কৰঊনত লিখিত আছে। পাচে সূৰ্য্য
স্থিত এক দূতক্ মই দেখিলোঁ আৰু স্বৰ্গৰ্ মাজত উড়ী
য়মান এটাই চৰাইবিলাকক্ তেওঁ ওৰিমাৰি মুলিলে

ৰজাহঁতৰ মঙহ আৰু সেনাপতিহঁতৰ মঙহ আৰু
১৮ পৰাক্ৰমিহঁতৰ মঙহ আৰু ঘোড়াহঁতৰ আৰু তদাৰুঢ়
হঁতৰ মঙহ আৰু অনিৰ্ব্বন্ধ বন্ধ সৰু বৰ প্ৰভৃতি এ
টাইৰে মঙহ খাবলৈ তোমোলাক আহা ঈশ্বৰৰ
১৯ মহাভোজনৰ নিকোনে একত্ৰ হোৱা। পাচে সেই
হিংস্ৰ জন্তুকে আৰু পৃথিবীৰ ৰজাহঁতকে আৰু
সিহঁতৰ সৈন্যহঁতকে সেই ঘোড়াৰুঢ় পুৰুষ আৰু
তাৰ সৈন্যে সৈতে ৰণ কৰিবলৈ গোট খাবৰ ময়
২০ দেখিলোঁ আৰু সেই জন্তু ধৰা গল আৰু যি আশ্চৰ্য্য
কৰ্ম্মেৰে সেই হিংস্ৰ জন্তুৰ চিহ্ন ধৰোঁতা লোকহঁতক
আৰু তাৰ প্ৰতিমা পুজকহঁতক সি বঞ্চে সেই তাৰ
আগৎ আশ্চৰ্য্য কৰ্ম্ম কৰোঁতা মিচা আচাৰ্য্যো তাৰ
২১ লগৎ ধৰা গল। এই দুই জীৱৎ জ্বই সুগন্ধক পুৰ্
লিৎ জুই সাগৰৎ পেলোৱা হল। আৰু অৱশেষ যি
বিলাক সিহঁত অশ্বোপবিষ্ট পুৰুষৰ মুখৰপৰা ওলোঁ
ৱা তলোৱালেৰে মৰা গল আৰু এটাই চৰাইহঁৎ
সিহঁতৰ মঙহেৰে তৃপ্ত হল।—

পৰ্ব্ব পাচে অতলস্পৰ্শ খাৱৈৰ জাপ ধৰোঁতা হাতৎ মহা
২০ শৃংখল ধৰোঁতা স্বৰ্গৰপৰা অৱৰোহী এক দূতক ময়
২ দেখিলোঁ। সেই নাগ অৰ্থাৎ পাপাত্মা আৰু শয়
তান নামেৰে সেই বৃদ্ধ সৰ্পক সেই দূতে ধৰি এহেজাৰ
৩ বৎসৰ লৈকে বদ্ধ কৰি বাখিলে। আৰু তাক
অতলস্পৰ্শ খাৱৈৎ পেলালে আৰু সি হেজাৰ বৎসৰ
পূৰ নহলে এটাই দেশীয়াহঁতক নবঞ্চে এই নিকোনে

তাক্ বন্ধ কৰি ৰাখিলে আৰু তাৰ্ ওপৰৎ মোহৰ্ মাৰিলে তাৰ পাচে অল্পকাললৈ সি মুকলি কৰা হল্।
৪ পাচে ময় সিংহাসনহঁতক্ দেখিলোঁ আৰু লোকহঁতে তাৰ্ ওপৰৎ বহিল্ আৰু সিহঁতক্ শোধশক্তি দিয়া
৫ হল্। যিশুৰ্ প্ৰমাণ দিয়াৎ আৰু ঈশ্বৰৰ্ কথা প্ৰৌচিক্ কৰাৎ যিবিলাকৰ্ মূড় কটা গৈছিল্ আৰু যিবিলাকে সেই হিংস্ৰ জন্তুৰ্ বা তাৰ্ প্ৰতিমাৰ্ পূজা কৰা নায় আৰু যিবিলাক্ আপোনাৰ কপালৎ বা হাতৎ তাৰ্ সাঁচ লোৱা নায় সিহঁতৰ্ আত্মাহঁতক্ ময় দেখিলোঁ আৰু সিহঁৎ হেজাৰ্ বৎসৰ্ লৈকে খ্ৰীষ্টে সৈতে
৬ কাল্যাপন কৰিলে আৰু ৰাজ্য কৰিলে। কিন্তু সেই হেজাৰ বৎসৰ্ নচুকালৎ অৱশেষ মৃতহঁতে জীৱন নেপালে এই প্ৰথম পুনৰুত্থান প্ৰথম পুনৰুত্থানৎ যাৰ্ আধিপত্য আছে সি ধন্য আৰু সাধু এতাদৃশ লোকহঁতৰ ওপৰৎ দ্বিতীয় মৃত্যুৰ একো পৰাক্ৰম নায়
৭ কিন্তু সিহঁৎ ঈশ্বৰ আৰু খ্ৰীষ্টৰ যাজক্ হব আৰু তেঁৱে সৈতে এহেজাৰ্ বৎসৰ্ লৈকে ৰাজ্য কৰিব।
৮ সেই হেজাৰ্ বৎসৰ্ গ'ল শয়তানে আপোন বন্দিশালৰপৰা মুকলি কৰা হব সাগৰৰ্ বালুকাৰৎ সংখ্যা পৃথিবীৰ চাৰিদিগৰ এটাই দেশীহঁতক্ অৰ্থাৎ গোগ আৰু মাগোগৰ বঞ্চনা কৰিবলৈ আৰু ৰণলৈ
৯ গোটাবলৈ সি যাব আৰু সিহঁৎ পৃথিবীৰ বহলৰ ওপৰৎ গল্ আৰু সাধুলোকহঁতৰ সেনাক্ আৰু প্ৰিয় নগৰৰ্ চাৰিওফালে বেঢ়িলে আৰু স্বৰ্গৰপৰা ঈশ্বৰৰ

১০ পৰাই জুই পড়ি সিহঁতক্ খালে। আৰু যি জুই
আৰু গন্ধকময় সাগৰৎ সেই হিংস্র জন্তু আৰু
মিচা আচাৰ্য্য থাকে তাতে সিহঁতৰ বঞ্চক্ শয়তান
পেলোঁৱা হল্ আৰু সিহঁতে ৰাত্রিন্দিৱা সৰ্ব্বক্ষণে
১১ যাতনা পাব। পাচে শ্বেতবৰ্ণ বৰ্ এক সিংহাসন
আৰু তদুপবিষ্ট পুৰুষক্ ময় দেখিলোঁ যাৰ্ মুখৰপৰা
পৃথিবী আৰু স্বৰ্গ পলাল্ আৰু সিহঁতৰ ঠাইৰ
১২ বতৰা পোৱা নগল। সিংহাসনাগে দণ্ডায়মান
সৰু বৰ্ পুভৃতি এটাই মৃতহঁতক্ ময় দেখিলোঁ। আৰু
পুথিহঁৎ মেলা হল্ পাচে আন এক পুথি সেই জীৱন
নামে পুথি তাকো ময় দেখিলোঁ আৰু সেই এটাই
পুথিৎ যি লিখিৎ আছিল্ তাৰপৰা স্বক্রিয়াং কৰ্ম্মানু
১৩ সাৰে মৃতকহঁতক্ কৰা শোধি হল্। আৰু সাগৰে
স্বমধ্যস্থ মৃতহঁতক্ এড়ি দিলে আৰু মৃত্যু আৰু নৰক্
স্বস্বমধ্যস্থ যাৱৎ লোকক্ এড়ি দিলে আৰু স্বক্রিয়াং
১৪ কৰ্ম্মানুসাৰে গায়পুতি শোধি কৰা হল। পাচে
জুইসাগৰৎ মৃত্যু আৰু নৰক্ পেলোৱা হল্ এই
১৫ দ্বিতীয় মৃত্যু। আৰু জীৱন পুথিৎ যাৰ্ নাও লেখা
নায় সিও জুই সাগৰৎ পেলোৱা গল্।—

পৰ্ব্ব পাচে নবীন স্বৰ্গ আৰু নবীন পৃথিবীক্ ময় দেখিলোঁ
২১ কিয়নো পুথম স্বৰ্গ আৰু পুথম পৃথিবী বৈ গৈছিল্ আৰু
২ সাগৰ নাচিল্। পাচে যেনে বৰাৰ্থে কন্যা ভূষিতা হয়
তেনে ঈশ্বৰৰ সাক্ষাৎ অৰ্থাৎ স্বৰ্গৰপৰা অৱৰোহী
সেই শুদ্ধ নগৰ্ অৰ্থাৎ নবীন যিৰূশালমক্ ময়

৩ দেখিলোঁ। দেখা ঈশ্বৰৰ তাম্বু মনুষ্যহঁতৰ লগৎ
আছে আৰু সিহঁতে সৈতে তেঁও থাকিব সিহঁৎ তল্লোক্
হব আৰু ঈশ্বৰে স্বয়ং তন্সৰী হই সিহঁতৰ ঈশ্বৰ
৪ হব আৰু সিহঁতৰ্ চকুৰপৰা ঈশ্বৰে এটাই পানী মচিব
আৰু তৎপৰ্ মৃত্যু বা শোক বা ক্রন্দন বা বিষ নহব
কিয়নো পূর্ব্ব বিষয় বৈ গৈছে স্বর্গৰপৰা এই বাক্য বোলোঁ
৫ তা এক মহা শব্দ ময় শুনিলোঁ। পাচে সেই সিংহাসনো
পবিত্র প্রৰুষে হুঁলিলে দেখা ময় এটাই বেহানিক নবী
ন কৰোঁ আৰু তেঁও মোক্ হুঁলিলে লিখা কিয়নো এই
৬ কথা সঁচা আৰু বিশ্বাস্য। আৰু তেঁও কলে সাঙ্গ
হইছে ময় ক আৰু ক্ষ আদি আৰু অন্ত যি তৃষিৎ
৭ তাক্ ময় জীৱনৰূপ নইৰ পানী বিনামোলে দিম্। যি
জয় কৰে সি এটাই দ্রব্যৰ অধিকাৰী হব আৰু ময়
৮ তাৰ্ ঈশ্বৰ হম্ আৰু সি মোৰ্ পো হব। কিন্তু
ভয়ার্ত্ত আৰু অপ্রত্যয়ী আৰু ঘৃণার্হ আৰু বধী কৰোঁ
তা আৰু লুম্পট আৰু মায়াবী আৰু দেওর্চ্চক আৰু এ
টাই মিছলীয়া এই এটাইৰে অধিকাৰ জুই আৰু গ
ন্ধকেৰে প্রজ্বলিৎ সাগৰৎ হব সে দ্বিতীয় মৃত্যু।
৯ পাচে সি সাৎ অন্তিম আঘাতেৰে পূর্ণ সাৎ পাত্র
ধৰোঁতা সাৎ দূতৰ মাজৎ এক দূত আহি ময়ে
সৈতে কথা কৈ হুঁলিলে এখেলে অহো মেচৰ
পোৱালিৰ্ জায়া অর্থাৎ কন্যা তোমাক্ মম দেখু
১০ ৱাম্। তেতিয়া আত্মাৎ তেঁও মোক্ এক বৰ্

আৰু ওখ পৰ্ব্বতলৈ লৈ গৈ স্বৰ্গৰপৰা অৰ্থাৎ ঈশ্বৰৰ
১১ পৰা অৱৰোহী অথচ ঈশ্বৰৰ তেজবিশিষ্ট অথচ মুটি
কৰ নিচিনা নিৰ্ম্মল সূৰ্য্যকান্ত মণিৰ নিচিনা অৰ্থাৎ
১২ বহুমূল্য শিলৰ নিচিনা দীপ্তিমান্ আৰু বৰ আৰু ওখ
গড়েৰে বেষ্টিৎ আৰু পূৰ্ব্বফালে তিনি দুৱাৰ উত্তৰ্ ফালে
তিনি দুৱাৰ দক্ষিণ ফালে তিনি দুৱাৰ পশ্চিম ফালে তিনি
১৩ দুৱাৰ এই ৰূপে বাৰে দুৱাৰযুক্ত আৰু সেই এটাই দুৱা
ৰৎ নিযুক্ত বাৰে দূত আৰু তদুপৰে বাৰে নাম লি
খিৎ সেই নাম য়িশ্ৰএলৰ সন্ততিহঁতৰ্ বাৰে ফৈ
দৰ নাম এতদ্ৰূপ সেই নগৰ অৰ্থাৎ পবিত্ৰ য়িৰুশালম্
১৪ তেঁও মোক্ দেখুৱালে। সেই নগৰৰ্ গড়ৰ বাৰে
মূল্ আৰু তাৰ্ মাজৎ মেচ়ৰ পোৱালিৰ্ বাৰে পাঁচনি
১৫ হঁতৰ্ নাম। যি ময়ে সৈতে কথা কলে সেই নগৰ
আৰু দুৱাৰ্ আৰু তাৰ্ গড় জুখিবলৈ এক স্বৰ্ণনল ধ
১৬ ৰিলে। সেই নগৰ চাৰিচুকিয়া দীঘলে প্ৰস্থলে সমান
পাচে তেঁও নলেৰে সেই নগৰ জুখিলে সাড়ে সাৎশ
ক্ৰোশ পৰিমাণ তাৰ্ দীঘলে আৰু প্ৰস্থলে আৰু ওখয়
১৭ সমান। পাচে মানুষ্যৰ হস্তৰ পৰিমাণে অৰ্থাৎ সেই
দূতৰ পৰিমাণে তেঁও দেয়াল জুখিলে এশ চোৱাল্লিশ
১৮ হাত হল্। দেয়ালৰ গাঁথনি সূৰ্য্যকান্ত মণিৰ আৰু
১৯ নগৰ্ নিৰ্ম্মল কাঁচৰ নিচিনা নিভাঁজ স্বৰ্ণময় আৰু নগ
ৰৰ দেয়ালৰ্ মুল এটাই বিধি বহুমূল্য শিলেৰে শোভিৎ
২০ প্ৰথম মুল সূৰ্য্যকান্তময় দ্বিতীয় নীলময় তৃতীয় লালড়ি
ময় চতুৰ্থ পন্নাময় পঞ্চম বৈদুৰ্য্যময় ষষ্ঠ আকিকময়

সপ্তম চন্দ্ৰকান্তময় অষ্টম লশুনীয়াময় নৱম পদ্মৰাগ
ময় দশম গোদন্তময় একাদশ ফিৰোজময় দ্বাদশ মৰ
২১ তিময়। সেই বাৰে কপাট বাৰ মুক্তা প্ৰতি কপাট
একং মুক্তাৰে নিৰ্ম্মিত আৰু সেই নগৰৰ আলি নিৰ্ম্ম
ল কাঁচৰ নিচিনা নিভাঁজ স্বৰ্ণেৰে নিৰ্ম্মিত আছিল।—
২২ তাৰ মাজত ময় কোনো মন্দিৰ নেদেখিলোঁ কিয়
নো প্ৰভু ঈশ্বৰ সৰ্ব্বশক্তিমান আৰু মেচৰ পোৱালি
২৩ তাৰ মন্দিৰ। সেই নগৰত প্ৰকাশ কৰিবলৈ
সূৰ্য্যৰ বা চন্দ্ৰৰ প্ৰয়োজন নায় কিয়নো ঈশ্বৰৰ তেজ
তাক দীপ্তিমান কৰে আৰু মেচৰ পোৱালি তাৰ পহৰ।
২৪ আৰু যিবিলাক ৰক্ষা হয় সেই জাতিইঁত তেঁওৰ
দীপ্তিৰে ফুৰিব আৰু পৃথিবীৰ ৰজাইঁত আপোন
২৫ মাহাত্ম্য আৰু সংকাৰ তাৰ মাজত আনিব। দিনত
তাৰ কপাট কেতিয়াও ৰুদ্ধ নহব আৰু তাত ৰাতি
২৬ নহব। আৰু সৰ্ব্বদেশীয়াইঁতৰ মাহাত্ম্য আৰু
২৭ সংকাৰ সিইঁতে তাৰ মাজলৈ আনিব। আৰু যি
কোনো বেহানি অশুচি কৰে বা ঘৃণাৰ্হ কৰ্ম্ম কৰে বা
মিচা কথা কয় এই এটাই বেহানি কোনোৰূপে তাৰ
মাজত নোসোমাব কিন্তু যিবিলাকে মেচৰ পোৱালিৰ
জীৱনৰূপ পুথিত লিখিত হয় সিইঁত সোমাব।—

পৰ্ব্ব ঈশ্বৰ আৰু মেচৰ পোৱালিৰ সিংহাসনৰপৰা ও
২২ লোৱা সুটিকৰ নিচিনা নিৰ্ম্মল অমৃত নিৰ্ম্মল পানীৰ
২ এক নই তেঁও মোক দেখুৱালে। সেই নগৰৰ আলি
আৰু মাজত নইৰ দুয়ো কাষেদিত ৰহে প্ৰতি এইকক

বিধী এনেকৈ বাবে যাইৎ বাবে বিধী ফল্ দিয়োঁতা জী
বনদ বৃক্ষ থাকে সেই বৃক্ষৰ পত্র লোকহঁতক স্বস্থ ক
৩ ৰিবলৈ হইছে। আৰু শাপ নেথাকিব কিন্তু ঈশ্বৰৰ,
আৰু মেচৰ পোৱালিৰ সিংহাসন তাৰ্ মধ্যস্থিত হ্বব
৪ আৰু তাৰ্ সেৱকহঁতে তেঁওক সেৱা কৰিব। আৰু
সিহঁতে তেঁওৰ মুখ দেখিব আৰু সিহঁতৰ কপাল
৫ তেঁওৰ নামেৰে অঙ্কিৎ হ্বব। তাৎ আৰু ৰজনী
নহ্বব সিহঁতৰ্ চাকিৰ বা বেলিৰ পহৰৰ্ প্ৰয়োজনও
নায় কিয়নো প্ৰভু ঈশ্বৰে সিহঁতৰ পহৰ কৰে আৰু
৬ সিহঁতে সদা সৰ্ব্বদা ৰাজ্য কৰিব পাচে। তেঁও মোৎ
কলে এই কথা বিশ্বাস্য আৰু সত্য আৰু সাধু আচাৰ্য্য
হঁতৰ্ প্ৰভু ঈশ্বৰ কিচু দিনৰ মাজৎ ভবিতব্য বিষয়
৭ আপোন বন্দিহঁতক দেখুৱাবলৈ আপোন দূতক পঠিয়া
ইচে।—

দেখা ময় সত্বৰে আহোঁ যি এই পুথিৰ আচাৰ্য্য
ৱাক্য পালন কৰে সি ধীন্য।—

৮ ময় যোহন এই বিষয় দেখিলোঁ আৰু শুনিলোঁ
আৰু শুনিলৎ দেখিলৎ পাচে যি দূতে মোক এই বি
ষয় দেখুৱালে সেই দূতৰ্ ভৰিৎ ভজবলৈ ময় পড়ি
৯ লোঁ। তেতিয়া তেঁও মোৎ কলে সাওধান হৈয়াক্ ন
কৰিবা কিয়নো ময় তোমাৰ্ সহবন্দী আৰু তোমাৰ
আচাৰ্য্য ভায়হঁৎ আৰু যিবিলাকে এই পুথিৰ কথা
পালে সিহঁতৰ মাজৎ এজনে ঈশ্বৰ ভজে।—

১০ পাচে তেওঁ মোক কলে এই পুথিৰ আচাৰ্য্যবাক্য ঢাক কৰি নেৰাখিবা কিয়নো কাল্ ওচৰ্ লাগিছে ।
১১ যি অযথাৰ্থিক্ সি অযথাৰ্থিক্ হই থাকোক্ আৰু
১২ যি ময়ল সি ময়ল্ হই থাকোক্ । আৰু যি পৰমাৰ্থিক্ সি পৰমাৰ্থিক্ হই থাকোক্ আৰু যি সাধু সি
১৩ সাধু হই থাকোক । আৰু দেখা ময় সত্বৰ আহোঁ আৰু যেনে কৰ্ম্ম হব তেনে ফল্ পায় প্ৰতি দিবলৈ ফল
১৪ মোৰ্ লগত আছে । ময় ক আৰু ক্ষ আদি আৰু অন্ত প্ৰথম আৰু শেহ । যিবিলাকে তেঁওৰ্ আজ্ঞা মানে সিহঁত ধন্য সিহঁত জীৱন দিয়োঁতা বৃক্ষৰ ফল
১৫ খাবৰ আধিপত্য পায় আৰু দ্বাৰ দি নগৰলৈ সোমায় কিয়নো কুকুৰহঁত আৰু মায়াবীহঁত অৰু নটিনীগামীহঁত আৰু বধীহঁত আৰু দেৱাৰ্চকহঁত আৰু যি কোনোএ মিচা কথা ভাল পায় বা কয় ইহঁত বাজত থাকে ।—

১৬ এই কথাৰ প্ৰমাণ তোমালোক মণ্ডলীত দিবলৈ ময় যিশু আপোন দূতক্ পঠিয়াইছোঁ ময় দাউদৰ মূল আৰু তাৰ্ পৰা ওপজা আৰু তেজস্বী আৰু ভোটা
১৭ তৰা । পৰমাত্মা আৰু কন্যায় বোলে আহা যি শুনে সি কওক্ যি আহা যি তৃষিত সি আহোক্ আৰু যাৰ ইচ্ছা হয় সি আহি বিনামোলে অমৃত পানী লওক্ । কিয়নো যি এই পুথিৰ আচাৰ্য্যবাক্য শুনে সেই প্ৰতি
১৮ জনলৈ ময় এই প্ৰমাণ দিয়োঁ । যেদি কোনোএ এই বাক্যৰ লগত আৰু কিবা মিহলায় তেবে যি যাতনা

এই পুথিৎ লিখা গৈছে ঈশ্বৰ সেই যাতনা সবহ
১৯ কৰি তাক দিব আৰু এই পুথিৰ আচাৰ্য্যবাক্যৰ কথা
ৰ কিছু যেদি কোনোএ লোপ কৰে তেবে জীৱনৰূপ
পুথি আৰু পূণ্য নগৰ আৰু এই পুথিৎ যি লিখিৎ
আইছে এই এটাইতেকৈ তাৰ আধিপত্য ঈশ্বৰে তু
২০ লিব । যি এই কথাৰ প্ৰমাণ দিয়ে তেঁও কয় । অৱশ্য
মই সত্বৰ আহোঁ । আমিন । এয়ে হোক ।
২১ হে প্ৰভু য়িশু আহা । প্ৰভু য়িশু খ্ৰীষ্টৰ অনুগ্ৰহ
এটাই পূণ্যৱন্তইঁতক প্ৰতি হোক । আমিন ।—

